

# কিউপিড আৰু ছাইকী

লেখক : হেম বৰুৱা

চিত্ৰশিল্পী : দেৱব্ৰত মুখোপাধ্যায়



সম্পাদনা ঃ
শ্ৰীহৰেন্দ্ৰনাথ শৰ্মা, বি-এ
হেড্ মাষ্টাৰ,
পাটাছাৰকুছি বিদ্যাপীঠ ।
প্ৰকাশক ঃ
শ্ৰীঅম্বিকাপদ চৌধুৰী,
বাণী প্ৰকাশ মন্দিৰ,
পাঠশালা,
কামৰূপ ।
ছপা ঃ
শ্ৰীনেপাল চন্দ্ৰ বসাক,
চানচাইন প্ৰেছ
৫৯, সূৰ্য সেন ষ্ট্ৰীট
কলিকতা—৯
বন্ধাঃ
ইষ্টাৰ্ণ বুক বাইণ্ডাৰ্চ
কলিকতা—৯
প্ৰথম প্ৰকাশ ঃ
বহাগ,
১৮৮১ শক ।
বেচ দুটকা



মৰমৰ যোগেশ ঃ
গল্পৰ পৃথিৱীখন তোমাৰ, মোৰ নহয় ।
মোৰ নহয়, তোমাৰ কাৰণেই
"কিউপিড আৰু ছাইকী"
তোমালৈ আগ বঢ়ালোঁ ।

চিত্ৰ-সূচী ঃ



ইয়াৰ চিত্ৰসমূহ ইউৰোপীয় মহৎ শিল্পীসকলৰ অনুসৰণত অঁকা।

একে লেখকৰ ঃ

সানমিহলি

সাগৰ দেখিছা

ৰঙা কৰবীৰ ফুল

The Red River & The Blue Hill


॥ বাণী প্ৰকাশ মন্দিৰ ॥

পাঠশালা আৰু গুৱাহাটী




একদিন পাৰ্লামেণ্ট লাইব্ৰেৰীৰ এচুকত কিবা এটা পঢ়ি আছোঁ। এনেতে কৰবাৰপৰা ধুমুহাৰ দৰে সতীৰ্থ, সহযোগী বন্ধু এজন আহি কলেহি ঃ "আপুনি নুম্যানৰ এমৰ এণ্ড ছাইকী বোলা কিতাপখন পঢ়িছেনে ? নাই পঢ়া ? নাই পঢ়া যদি পঢ়ি পেলাওক, ভাই। বৰ চমৎকাৰ কিতাপ। আজি মই লাইব্ৰেৰীত ঘূৰাই দিছোঁ।" এইজন বিদ্বান বন্ধু। কিতাপ বুলিলে বাঘে খোৱাদি খায়।

বন্ধুৰ নির্দেশ অনুসৰি কিতাপখন ময়ো পঢ়ি পেলালোঁ। ডাঙৰ কিতাপ। ইয়াত কিউপিড আৰু ছাইকীৰ অমৰ প্ৰেম-আখ্যানটোৰ প্ৰতীকবাদী বিশ্লেষণ আছে। এই অমৰ আখ্যানটোক কেন্দ্ৰ কৰি কিমান চিত্ৰ, কিমান সাহিত্যৰ সৃষ্টি হৈছে! যুগে যুগে ই শিল্পীৰ মন আচ্ছন্ন কৰি আহিছে। কথাবোৰ পঢ়ি যাওঁতে মোৰ মনটো অতীতৰ বুকুলৈ ভটিয়াই গৈছিল। তাহানি পেৰিছত লুভ্ৰত (Louvre) কিউপিড আৰু ছাইকীৰ গোপন মিলনৰ তৈল-চিত্ৰ এখন দেখিছিলোঁ। নগ্ন অথচ শিল্প-সম্ভাৰৰ পিনৰপৰা অতি উৎকৃষ্ট ছবি। সকলোৱেই, —কোনো কোনো ক্ষেত্ৰত আন কি একেটা পৰিয়ালৰে মাক-জীয়েক, ককায়েক-ভনীয়েক, এটায়ে ছবিখন বেৰি বেৰি চাইছিল। কোনো সংকোচ নাই। মনবোৰ শুদ্ধ হলে পৃথিৱীত সংকোচ কৰিব লগা একো কথা নাই। কলুষিত মনেহে সকলোতে কলুষ দেখে। আৰু এখন ছবি দেখিছিলোঁ, য'ত ছাইকীয়ে ৰূপৰ বন্তিটো হাতত তুলি লৈ কিউপিডৰ উপচি পৰা সৌন্দৰ্য-শোভা নিৰীক্ষণ কৰিছে। এই ছবি দুখন মই পাহৰিব নোৱাৰোঁ,—যেনেকৈ মেডোনাৰ কোলাৰ কেঁচুৱাটো পাহৰিব নোৱাৰোঁ, মনালিছাৰ হাঁহিটো, মেটিছিৰ "আম আৰু অগ্নি-শিখা" পাহৰিব নোৱাৰোঁ।

লুভ্ৰৰ ওপৰৰপৰা তললৈ নামি আহি পৃথিৱীৰ অভূতপূৰ্ব ভাস্কৰ্য কলা-নিদৰ্শন "ভেনাছ দি মেলো"ৰ মূৰ্তিটো দেখিছিলোঁ। কি মনোহৰ! কিউপিড ভেনাছৰ সন্তান। "কিউপিড আৰু



ছাইকী" কাহিনীটোত ভেনাছৰ এটা বিশিষ্ট স্থান আছে। ইয়াৰ উপৰিও ভেনাছৰ এখন তৈল-চিত্ৰ দেখাও মনত আছে। নগ্ন চিত্ৰ। সাগৰৰ বুকুত ভেনাছ। আখ্যানটো লিখি যাওঁতে লুভ্ৰত দেখা ভেনাছৰ মূৰ্তিটো আৰু তৈলচিত্ৰখনলৈ বাৰে বাৰে মনত পৰিছিল।

প্ৰতীকী অৰ্থখিনি বাদ দি নুম্যানৰ কিতাপখনৰপৰা কাহিনীটো উলিয়াই আনি সজাই পৰাই উলিয়াইছোঁ। জঁকাটোৰ বাহিৰে বাকীখিনি মোৰ নিজা বস্তু। ফাকুৱাৰ দিনৰ বাহিৰে তেনেকৈ মই ৰং ছটিয়াই পোৱা নাই। সেইটোও আকৌ ডেকা কালৰহে কথা। এতিয়াৰ কথা নহয়। গতিকে ৰং সানোতে ক'ৰবাত যদি ভুল হৈছে, তেন্তে পঢ়ুৱৈ সমাজে অপৈণত হাতৰ বস্তু বুলি নিজ গুণে ক্ষমা কৰিব,—এয়ে আমাৰ মিনতি। কেতিয়াবা মনতে বৰ আপচোচ হয়। কিবা এটা বস্তু ভালকৈ গঢ় লগাই লিখোঁ বুলিও লিখিব নোৱাৰোঁ। প্ৰথমতে প্ৰতিভাৰ অভাৱ; দ্বিতীয়তে সময়ৰ। সাহিত্য সৃষ্টিৰ কাৰণে অৱসৰৰ প্ৰয়োজন। কৰ্ম-ব্যস্ত বাহিৰৰ পৃথিৱীখনে এনেকৈ আঁজুৰি থাকে যে অৱসৰৰ কথা কল্পনা কৰাটোৱেই অসম্ভৱ। গতিকে মনত আগ্ৰহ থাকিলেও ভয় লাগে। চৌতে খৰ মাৰি কৰা কামবোৰৰ ভাল হোৱাতকৈ বেয়া হোৱাৰহে সম্ভাৱনা সৰহ।

বহুত ভাবি-চিন্তি চাই "কিউপিড আৰু ছাইকী"ৰ অমৰ প্ৰেমৰ আখ্যানটো ৰাইজৰ আগলৈ শৰাইত তুলি আগ বঢ়ালোঁ।

এইটো বস্তু আমাৰ অসমীয়া সাহিত্যত প্ৰকাশ পোৱা নাই। ডক্টৰ বাণীকান্ত কাকতিৰ "সাহিত্য আৰু প্ৰেম"তো নাই। আমাৰ ৰাইজে বস্তুটো পঢ়ি কেনে পায়, কব নোৱাৰোঁ। পঢ়ি যদি ভাল পায়, মনটো যে ভাল লাগিব, নকলেও হব।

—হেম বৰুৱা









কোনো এক চহৰত এজন ৰজা আৰু তেওঁৰ এগৰাকী ৰাণী আছিল। তেওঁলোকৰ তিনি গৰাকী পৰম ৰূপৱতী কন্যা আছিল। তাৱে প্ৰথম দুগৰাকী অতি ৰূপৱতী যদিও, তেওঁলোকৰ সৌন্দৰ্যৰ বৰ্ণনা আছে। কণিষ্ঠা গৰাকীৰ ৰূপৰ বৰ্ণনা নাই। তেওঁৰ ৰূপৰ জুইকুৰা ভাষাই স্পৰ্শ কৰিব পাৰে বুলি কল্পনাকে কৰিব নোৱাৰি। এই ৰূপৰ কথা দেশ-বিদেশে বিয়পি পৰিছিল। ই শেহত ৰূপ-কথাত পৰিণত হৈছিল। পৃথিৱীৰ নানা দিশৰপৰা অতুলনীয় এই ৰূপৰ সম্ভেদ লবলৈ দলে দলে মানুহ আহিছিল। চহৰখন মানুহৰ সমাগমত উপচি পৰিছিল। এই অপৰূপ ৰূপ দৃষ্টিত মানুহে তবধ মানিছিল। এই সৌন্দৰ্যতো মৰ্ত্যলোকৰ নহয়! হবই নোৱাৰে। এয়া মৰ্ত্যলোকত স্বয়ং ময়াপী কন্যা ভেনাছৰ আবিৰ্ভাৱ। এনেকৈয়ে মনক প্ৰবোধ দি সমাগত জন-সাধাৰণে তেওঁৰ ৰূপৰ অৰ্চনা কৰিবলৈ লৈছিল।

কেৱল ওচৰচুবুৰীয়া দেশসমূহতে নহয়, এওঁৰ ৰূপৰ খ্যাতি সাগৰ পাৰ হৈ নানা দূৰ দেশত বিয়পি পৰিলগৈ। নীল সাগৰৰ গৰ্ভত, গাখীৰ যেন বগা ফেনৰ ওপৰত জন্ম গ্ৰহণ কৰোঁতা স্বৰ্গ-ললনা ভেনাছৰ আজি মৰ্ত্যলোকত আবিৰ্ভাৱ হৈছে,—এনে তৰহৰ লোক-কথাই দেশ-বিদেশত হিল্লোল তুলিলেগৈ। কোনো কোনোৱে আকৌ কবলৈ ললে: "ওঁহো, এয়া ভেনাছ নহয়। ভেনাছতকৈ প্ৰখৰ ৰূপ-সম্পন্নাকৈ এইপাহ ফুল মৰ্ত্যলোকৰ কাৰণে স্ৰষ্টাই নিজ হাতে গঢ়িছে,—মৰ্ত্যলোকৰ ৰূপ-তৃষ্ণা তৃপ্ত কৰাৰ উদ্দেশ্যেৰে।"

কোনো আহিল উত্তাল তৰঙ্গমালাৰ সাগৰ পাৰ হৈ। কোনো আহিল গভীৰ অৰণ্য আৰু সু-উচ্চ পৰ্বত অকাই-পকাই বগাই,— এই অপূৰ্ব সৌন্দৰ্যৰ সন্ধান লবলৈ। ভেনাছৰ বেদীত ফুল দিবলৈ, পূজা-অৰ্চনা কৰিবলৈ পেফছ্, নীভাছ্, কাইথোৰিয়া আদিৰ মন্দিৰলৈ মানুহ নোযোৱাত পৰিল। মন্দিৰবোৰৰ অৰ্চনা-বেদী উকা হৈ পৰি ৰ'ল। কেউপিনে নিৰ্জনতা, নিস্তব্ধতা। মন্দিৰৰ স্বাভাৱিক কল্লোল গভীৰ নিশাৰ নিস্তব্ধতালৈ পৰিণত হ'ল। মানুহ স্বৰ্গ-কন্যাৰ কথা পাহৰি মানৱ-কন্যাৰ ৰূপ-জ্যোতিত উন্মাদ হৈ পৰিল। আনন্দ-উৎসৱত চৌ-দিশ মুখৰ হৈ পৰিল। কেউপিনে ৰূপ আৰু বৰণত জাতিষ্কাৰ ফুলৰ বন্যা। এই বন্যাৰ স্ৰোতে মানুহৰ কল্প-লোকৰপৰা ভেনাছক নিষ্প্ৰভ কৰি পেলালে। ভেনাছ বিস্মৃতিৰ গৰ্ভত হেৰাই গ'ল।

ইপিনে ঈৰ্ষা-অনলত ভেনাছ তিলতিলকৈ দেই পুৰি মৰিবলৈ



ধৰিলে। মৰ্ত্য-কন্যাৰ হাতত স্বৰ্গ-ললনাৰ পৰাজয়,—ই কেতিয়াও হবই নোৱাৰে। বেদনাত তেওঁৰ অন্তৰ ভাগি-ছিগি চূৰমাৰ হৈ গ'ল। "ওঁহো, হবই নোৱাৰে। মোৰ এই তিলোত্তমা-সৌন্দৰ্যৰ জ্যোতি কোনো কালে কেতিয়াও ম্লান হব নোৱাৰে। মৰ্ত্যৰ ক্ষণভঙ্গু এজনী সাধাৰণ নাৰীৰ লগত মোৰ এই বহুজন-আকাঙ্ক্ষিত, অতুলনীয় সৌন্দৰ্যৰ বিজনি হব,—মই নিৰ্বিবাদে পৰাজয়-গ্লানি স্বীকাৰ কৰি লম, এই কথা হবই নোৱাৰে। মই সৌন্দৰ্যৰ ক্ষেত্ৰত কোনো প্ৰতিদ্বন্দ্বিতা নীৰৱে সহ্য কৰিবলৈ প্ৰস্তুত নহওঁ। মই এনে এক শাস্তি বিহিম যাতে গোটেই জীৱনটো তাই জ্বলাকলা হৈ মৰিবলৈ বাধ্য হয়। যি সৌন্দৰ্যৰ কাৰণে তাইৰ আজি গৰ্ব, যি সৌন্দৰ্যই আজি মোৰ সৌন্দৰ্য-খ্যাতি ম্লান কৰিবলৈ ওলাইছে, সেই সৌন্দৰ্যই মহাকালৰ ৰূপ লৈ তাইক তিলতিলকৈ গ্ৰাস কৰিব,—ইয়াৰ উপযুক্ত ব্যৱস্থা মই হাতত লম। যি সৌন্দৰ্যই আজি মোৰ প্ৰতি প্ৰত্যাহ্বানৰ ৰূপ লৈছে, এই সৌন্দৰ্যই তাইৰ চিৰকালৰ কাৰণে অনুতাপ, অনুশোচনাৰ কাৰণ হব।"

এইদৰে চিন্তা কৰি তৎক্ষণাৎ তেওঁৰ ধনুৰ্বান সম্বলিত, মানুহ আৰু দেৱতা উভয়ৰে অন্তৰত প্ৰণয়-বন্যাৰ সৃষ্টি কৰি জ্বলাকলা কৰা দুষ্ট ল'ৰাটোক মাতি পঠালে। তাক সকলো কথা বিবৰি ক'লে। অশান্তিত তেওঁৰ অন্তৰ কেনেকৈ জ্বলিপুৰি ছাই হৈ গৈছে, সেইষাৰ কথাও বিবৰি কলে। অৱশেষত ডাৱৰৰ ফাঁকে ফাঁকে মৰ্ত্যলোকৰ ফালে আঙুলিয়াই দি তেওঁ ছোৱালীজনী দেখুৱালে। সেই অপূৰ্ব সুন্দৰী ছোৱালীজনীৰ নাম আছিল

ছাইকী। তাইক দেখাৰ লগে লগে ভেনাছৰ অন্তৰৰ জুইকুৰা শত গুণে প্ৰজ্জ্বলিত হৈ উঠিল। খঙত জুইৰ ফিৰিঙ্গতি কেউপিনে উফৰি পৰিবলৈ ধৰিলে,—গোটেই পৃথিৱীখনকে যেন দেইপুৰি ভস্মীভূত কৰি দিব। "মই তোৰ মাতৃ-দেৱী। তোক মই আদেশ কৰিছোঁঃ যা। তৎক্ষণাৎ যা। সৌ মানুহজনীক যিমান নিষ্ঠুৰভাৱে পাৰ প্ৰতিশোধ লগৈ। তাইক ধ্বংস কৰি দেগৈ। তাইৰ পৃথিৱীৰ সকলোতকৈ কুৎসিত, অসৎ প্ৰকৃতিৰ, স্বাস্থ্যহীন কোনোবা এটা মানুহৰ প্ৰতি কামনাৰ জুই কুৰা জ্বলাই তোলগৈ। সেই জুইকুৰাত যাতে তাই নিজে নিজে জ্বলিপুৰি ছাই হৈ যায়।" এই বুলি কৈ মাতৃৰ মৌসনা চুমা এটাৰে পুতেক কিউপিডক তেওঁ বিদায় দিলে। মাতৃ-আজ্ঞা শিৰোধাৰ্য কৰি কিউপিড গ'লগৈ। ভেনাছ,—তেওঁৰ পদুমফুলীয়া উষাৰ হেঙুলীয়া জ্যোতিৰে জ্যোতিষ্মান ভৰিৰ আঙুলিকেইটা নীল সাগৰৰ আৰ্চি যেন বুকুত ধীৰে ধীৰে বুলাই দি অকস্মাৎ অন্তৰ্ধান হ'ল।



নে ধৰণৰ ভুবন-বিজয়ী অতুলনীয় সৌন্দৰ্যৰ অধিকাৰিণী হৈও ছাইকীৰ অন্তৰে শান্তি পোৱা নাছিল। তেওঁৰ মনত ৰং নাছিল। তেওঁৰ সৌন্দৰ্য যেন আকাশৰ চন্দ্ৰ। জ্যোতি আছে। খ্যাতি আছে। স্পৰ্শ সুখ নাই। দেশ-বিদেশৰ কতজনে তেওঁৰ এই চন্দ্ৰবদনী ৰূপৰ গুণ-গান কৰিছে, কতজন তেওঁৰ ৰূপৰ পোহাৰত বিমুগ্ধ হৈছে, সঁচা কথা,—কিন্তু কোনোৱেতো তেওঁৰ, ৰাজ-কোঁৱৰৰ কথা দূৰতে



থাওক, সাধাৰণ মানুহেও, প্ৰণয়-প্ৰাৰ্থী স্বৰূপে কাষ চপা নাই। প্ৰণয়-সুখ নাৰী অন্তৰৰ সৰ্বোচ্চ কামনা। সেই সুখৰ-পৰাই তেওঁ বঞ্চিত হৈছে। তেওঁতো এটা সু-গঢ়িত প্ৰস্তৰ মূৰ্তি নহয়, যাৰ সৌন্দৰ্য চাই মানুহ কেৱল তন্ময়হে হব। নিৰৰ্থক তন্ময়তা। তেওঁতো মানুহ। নাৰী হৃদয়ৰ মৌলিক কামনা-বাসনা তেওঁৰোতো আছে। সৌন্দৰ্যৰ পিনৰপৰা জাকত জিলিকা নহলেও বায়েক দুগৰাকীৰ তেওঁৰ বহু পূৰ্বেই ঘৰ-সংসাৰ হৈ গৈছে। সাধাৰণ মানুহৰ লগত নহয়; ৰাজ-পৰিয়ালৰ লগত। আজি তেওঁলোক সুখ সম্ভোগৰ পয়োভৰত উটি-বুৰি ফুৰা একোজনী ৰাংঢালী গৃহিণী। ছাইকী কিন্তু অকল-শৰীয়া। জীৱনৰ ব্যৰ্থ মুহূৰ্তবোৰ কালৰ গৰ্ভত তেওঁৰ বিলীন হৈ গৈছে। ছাইকী সঙ্গীহীনা। তেওঁৰ দেহ, মন সকলো শ্ৰান্ত হৈ পৰিছে। ৰূপৰ খ্যাতি তেওঁৰ জগত জোৰা, সঁচা কথা। কিন্তু কেৱল খ্যাতিৰে মানুহ জানো জীয়াই থাকিব পাৰে?

ছাইকীৰ অন্তৰ-বেদনাৰ কথা দেউতাকে মনে মনে উপলব্ধি কৰিছিল। তেৱোঁ চিন্তিত হৈ পৰিছিল। কোনোবা দেৱতাৰ কোপ-দৃষ্টিৰ কাৰণেই জীয়েকৰ এনে দুৰৱস্থা হৈছে বুলি তেওঁৰ মনতে ধাৰণা হৈছিল। এই কাৰণেই পূজা পাতলৰ যোগাৰ কৰিছিল। বিৰাট সমাৰোহ পাতিছিল। দেৱতাৰ ওচৰত কাতৰ প্ৰাৰ্থনা জনাইছিল—যাতে জীয়েকৰ কাৰণে এটি দেৱ-তুল্য দৰা লাভ হয়। এদিন অকস্মাৎ এইদৰে স্তুতি-গীতত মগ্ন থকা অৱস্থাত জীয়েকৰ ভৱিষ্যত সম্বন্ধে তেওঁ এটি সতৰ্ক-বাণী শুনিলে। কথাযাৰ তেওঁ ৰাজ-প্ৰাসাদত পত্নীৰ আগত কোৱাৰ

লগে লগে গোটেই পৰিবেশটো শোকাচ্ছন্ন হৈ পৰিল। কেউপিনে কান্দোনৰ ৰোল উঠিল। পিতৃ-মাতৃৰ বেদনাৰ সীমা নোহোৱা হ'ল। অৱশেষত সেই শোকাবহ দিনটো আহি উপনীত হ'লহি। ছাইকীক কইনাৰ বাহুকবনীয়া সাজ পিন্ধোৱা হ'ল। দৰা চকুৰে নেদেখা কোনোবা এক অশৰীৰী আত্মা। ছাইকীৰ জিলমিলাই থকা ওৰণী-তলৰ অতুলনীয় মুখখন গধুৰ হৈ পৰিল। সাগৰ-নীলা চকুযুৰিত মুকুতাৰ মণি হেন টোপালবোৰ জলমলাই উঠিল। সকলো কইনাকে তোলাৰ দৰে ছাইকীক কইনাৰ সাজযোৰে অসম্ভৱ ধুনীয়া কৰি তুলিছিল। আজিৰ এই সৌন্দৰ্য যেন কোনোৱে কোনো কালে দেখা নাছিল। সেই অজ্ঞানিত মুহূৰ্তটোৰ কাৰণে ছাইকী এনেদৰেই প্ৰস্তুত হ'ল,—কোনোবা অস্পষ্ট, অপৰিচিত এজনক আঁকোৱালি লবলৈ। কেউপিনে শোকৰ ছাঁ নামিল,—কেৱল ৰাজ-প্ৰাসাদতেই নহয়, চহৰৰ চৌদিশে। ক্ৰমাৎ বিদায়ৰ মুহূৰ্ত যিমানেই ওচৰ চাপি আহিল, সিমানেই শোকৰ ছায়া অসহনীয় ভাবে গধুৰ হৈ পৰিল।

দেৱতাৰ আদেশ অলঙ্ঘনীয়। শোক-বিহ্বল পিতৃ-মাতৃ বিবাহৰ মাঙ্গলিক বিধি-কাৰ্যখিনিও সমাপন কৰিবলৈ অপাৰগ হৈ পৰিল। কোনো কামেই সমাপন হোৱা নাই। সকলো কাম অচল হৈ গৈছে। ইয়াকে দেখি ছাইকী বিচলিত হৈ পৰিল : "তোমালোকে কান্দি-কাটি এনেকৈ নিজকে শাস্তি দিছা কেলৈ? এইদৰে বুকু ভুকুৱাই কান্দিছা কেলৈ? মোৰ এই অপৰূপ সৌন্দৰ্য,—তাৰ প্ৰতিদান মই আজি কি পালোঁ, চোৱা।



মানুহে মোক যেতিয়া ভেনাছ বুলি উপাসনা কৰিছিল, সেই মুহূৰ্তত মোৰ অন্তৰখন ঘনাই কঁপি উঠিছিল। তেতিয়াই তোমালোকে উপলব্ধি কৰিব লাগিছিল,—ইয়াৰ প্ৰতিফল ভয়ানক। তেতিয়াই তোমালোকে মোৰ মৃত্যু হৈছে বুলি, মই মৰি ভূত হৈ গৈছোঁ বুলি, মোৰ বিষয়ে সকলো আশা জলাঞ্জলি দিব লাগিছিল। মোৰো চকু আজিহে মুকলি হৈছে। মই আজিহে বুজিছোঁ,—দেৱতাৰ কোপানল, দেৱতাৰ প্ৰতিহিংসা কেনে সুতীক্ষ্ণ, কেনে ভয়ঙ্কৰ। আৰু পলম নকৰিবা। মোক লৈ ব'লা,—পৰ্বতৰ সৌ নিজম টিঙটোলৈ লৈ ব'লা। মোৰ অচিনাকি স্বামী হয়তো তাতেই মোৰ কাৰণে অপেক্ষা কৰি আছে। আৰু এক মুহূৰ্তও পলম নকৰিবা। ব'লা। মোক লৈ বলা।" এই বুলি ছাইকীয়ে ওৰণীখনৰ আচলেৰে চকুপানী মচিবলৈ ধৰিলে।

অৱশেষত ছাইকী নিজেই ওলাই আহিল। প্ৰাসাদৰ বহিৰঞ্চলত ঠাহ খাই থকা জন-সমদলৰ মাজত নিজেই তেওঁ সোমাই পৰিল। সমদল যাত্ৰা আৰম্ভ হ'ল। তেওঁলোক গৈ দুৰ্গম অৰণ্যেৰে আগুৰি থকা এটা পৰ্বত আৰোহণ কৰিলেগৈ। অৱশেষত সেই নিজান পৰ্বতৰ টিঙটোত উপনীত হ'লগৈ। তাতে ছাইকীক অকলসৰীয়াকৈ এৰি থৈ জন সমদলটো বিষাদ-বিহ্বল, শ্ৰান্ত মন লৈ ঘৰলৈ উভতিল। চকুৰ পানীৰে তেওঁলোকে বাট নেদেখা হ'ল। সন্ধিয়াৰ ছাঁ ক্ৰমাৎ পৃথিৱীলৈ নামি আহিছে। হাতৰ জোৰ-বন্তিবোৰ এডাল এডালকৈ তেওঁলোকে জ্বলাই ললে। ক্ৰমাৎ বন্তিবোৰো চকুৰ পানী পৰি এডাল

এডালকৈ নুমাই গ'ল। নিশাৰ ছাঁই শোকাৰ্ত জন-সমলটোক গ্ৰাস কৰিলে। এটা নিস্তব্ধ, নীৰৱ সমদল।

সেই নিশা ছাইকীৰ পিতৃ-মাতৃৰ ৰাজ-প্ৰাসাদত বন্তি নজ্বলিল। ৰজা-ৰাণী দুয়ো নুমলীয়া জীয়েকক এক তমসাবৃত ভবিষ্যতৰ গৰ্ভত এইদৰে নিক্ষেপ কৰি বেদনাত হিয়া ধাকুৰি কান্দিবলৈ ধৰিলে। কেউপিনে অন্ধকাৰ। ৰাজ-প্ৰাসাদ অন্ধকাৰ। মানুহৰ ঘৰ অন্ধকাৰ। আলি-পদূলি অন্ধকাৰ। কেউপিনে বিষাদ,—বিষাদৰ প্লাৱন। তীৰ ভঙা প্লাৱন। মনৰ তীৰ উটুৱাই নিয়া প্লাৱন।


ই অটব্য অৰণ্যৰ মাজৰ নিজান টিঙটোত ছাইকী অকলশৰীয়া। তেওঁৰো অন্তৰত এক বেদনাৰ প্লাৱন। কল্পনাৰ, স্বপ্নৰ নীড় ভঙা প্লাৱন। বুকুত কঁপনি। আশঙ্কা। অজানিত ভীতি। শিল এচটাত অকলে বহি,—কেউপিনে নিস্তব্ধ, নীৰৱ, তেওঁ অনিশ্চিত মুহূৰ্তবোৰ লেখিছে,—এনেতে ক'ৰবাৰপৰা মৃদু বতাহ এছাটি আহি তেওঁৰ বুকুৰ বান্ধোন লাহেকৈ মেলি দিলে, কোনোবা যেন প্ৰিয়জনৰ আঙুলিৰ স্পৰ্শতহে। জীৱনত এয়ে প্ৰথম স্পৰ্শ-সুখ। কি যে পুলকভৰা এই স্পৰ্শ। কি যে মধুৰ। কি যে সুন্দৰ। ছাইকী তন্ময় হৈ পৰিল। অৱশেষত কোনোবাই যেন ছাইকীক আলফুলকৈ দুবাহুত তুলি লৈছে। কাৰোবাৰ বাহু বন্ধনত যেন



আকাশেদি তেওঁ উৰি গৈছে,—এনে অনুভৱ হ'ল। এই যাত্ৰা-পথৰ অন্তত অকস্মাৎ চকুৰ আগত তেওঁৰ এখন মনোৰম উপত্যকা উদ্ভাসিত হৈ উঠিল। নানাবিধ মন মতলীয়া কৰা ফুল। ইমান ৰং। ইমান ধুনীয়া,—এই ফুলবোৰ। "মৰি যাওঁ", "মৰি যাওঁ" যেন লাগে। সেই সু-শোভিত ফুলৰ উদ্যানখনৰ বুকুত এখন সজাই থোৱা ফুলৰ শয্যা। কোনোবাই যেন কৈছে ঃ "ছাইকী, মোৰ সোণজনী,—তোমাৰ কাৰণে এয়া ফুলৰ শয্যা পাতি থৈছোঁ। খন্তেক জিৰণি লোৱা, সোণ।" ছাইকীৰ মুকলি বুকু তেতিয়াও মুকলি হৈয়ে আছে।

নিয়ৰে তিতা ফুল-শয্যাখনে ছাইকীক যেন আহ্বান জনালে,—"আহা, মোৰ বুকুলৈ আহা। অলপ জিৰণি লোৱা।" সেই আহ্বানত ছাইকীৰ মন উছলি উঠিল। আগ মুহূৰ্তত সকলো কথাই সপোন সপোন যেন লাগিল। সেয়া কাৰ স্পৰ্শ? কাৰ স্পৰ্শত মন ইমান উচাটন? ছাইকী লৰি আহি ফুলনি ডৰাত বাগৰি পৰিল। ফুলৰ স্পৰ্শত বুকুখন নাচি উঠিল। দুয়োখন হাতেৰে ফুলবোৰ আঁজলিয়ে আঁজলিয়ে লৈ গালে-মুখে স্পৰ্শসুখ অনুভৱ কৰিবলৈ ধৰিলে। মনৰ সকলো আশঙ্কা, সকলো ভীতি কেতিয়াবাই অন্তৰ্ধান হৈছে। ছাইকী আৰু ফুল,—পৃথিৱীৰ যেন সকলো সৌন্দৰ্য আহি ইয়াতেই স্তৱীভূত হৈছে। এইদৰে থাকোঁতে কেতিয়া নিদ্ৰাৰ কোমল পৰশে ছাইকীক বুকুত সাৱটি ললে, তেওঁ কবকে নোৱাৰে। সেই অৱস্থাত কিমান সময় থাকিল তাকো কব নোৱাৰে। অৱশেষত সাৰ পাই উঠি দেখে চাৰিউফালৰ পৃথিৱীখন যেন আৰু মনোৰম হৈ উঠিছে,—আৰু

সুন্দৰ হৈ উঠিছে। ফুলবোৰে যেন হাঁহি হাঁহি ছাইকীক সম্ভাষণ জনাইছে। আকাশত যেন ৰামধেনুখনে জলমলাই কুমাৰী জীৱনৰ স্বপ্নৰ আবেশ আঁকিছে। ছাইকীৰ মনত, প্ৰাণত ৰং,—ফাগুনৰ ৰং। অৱশেষত তেওঁ উঠি বহিল। মনৰ ধুমুহা আৰু নাই। সেই মনোৰম উপত্যকাখনৰ স্তূপীকৃত সৌন্দৰ্যৰ আকৰ্ষণত ছাইকী আগ বাঢ়ি গ'ল। চকুৰ আগত যে কিমানবোৰ গছ। কিমানবোৰ লতা,—ৰূপ, বৰণ আৰু বৈচিত্ৰ্যত অতুলনীয়। কিমান ৰহন! কেনে ৰূপৰ পয়োভৰ! এই গছ-লতাৰ ফাঁকে ফাঁকে বৈ গৈছে তিৰবিৰাই থকা এখন ৰূপোৱালী নৈ,—একা-বেঁকা, বেগী। পানীবোৰ ইমান নিৰ্মল। ইমান স্নিগ্ধ। এই গছ-গছনিৰ অন্তৰালত, নৈখনৰ পাৰত অকস্মাৎ তেওঁৰ চকুত পৰিল স্বৰ্গ-উদ্‌ভাসিত এটা অট্টালিকা। দেখিলেই এই অট্টালিকাটো কোনো মানুহে সজা নহয়, দেৱতাইহে সজা সেই কথাষাৰ বুজিব পাৰি। ইয়াৰ স্তম্ভবোৰ সোণৰ। ভিতৰৰ চালখন হাতীদাঁত আৰু চন্দন কাঠৰ। দেৱালবোৰত বনৰীয়া জীৱ-জন্তুৰ নানা বন-কৰা ছবি। ৰূপেৰে সজা। দেৱ-শিল্পীৰ আঙুলিৰ স্পৰ্শত এই ৰূপৰ জন্তুবোৰে যেন প্ৰাণ পাইছে। এয়া যেন ছবি নহয়। জীৱনৰ চিত্ৰপটহে। মজিয়াখন বহুমূলীয়া ৰত্নবাজিৰে খচিত, সংশোধিত। সকলোবোৰ জলমলাই আছে। আত্ম-জ্যোতিস্মান্। ইয়াৰ উপৰিও অট্টালিকাটো দৈৱিক বস্তু-সম্ভাৰ, ঐশ্বৰ্যৰাজিৰে সমৃদ্ধ। যেনিবা জ'ভ্ দেৱতাই নিজ হাতেৰেহে সাজিছে,—সকলোবোৰ নিজে আঙুলি বুলাই সজাইছে।

অট্টালিকাটোৰ ৰূপ-জ্যোতিত বিমুগ্ধ হৈ ছাইকী সেইফালে ক্ৰমাৎ



আগবাঢ়ি গ'ল। এখোজ দুখোজকৈ ধীৰে ধীৰে প্ৰবেশ কৰিলে,—অট্টালিকাটোৰ অন্তৰ থলীত। কেউফালে নিস্তব্ধ, নিজম। ক'তো অকণো সাৰসুৰ নাই। শব্দ নাই। অন্তঃকক্ষত প্ৰবেশ কৰি ছাইকী স্তম্ভিত হৈ পৰিল। ক্ৰমাৎ আগবাঢ়ি গ'ল। অৱশেষত তেওঁ এটা কক্ষত উপনীত হ'লহি,—য'ত পৃথিৱীৰ সকলো ঐশ্বৰ্য-সম্পদ একে ঠাইতে পুঞ্জীভূত হৈ আছে। কিন্তু বৰ আচৰিত, ক'তো কোনো নাই। এই ঐশ্বৰ্য-সম্পদবোৰ তেনেহলে কাৰ? ইয়াৰ বাবে প্ৰহৰী ক'ত? এনেবোৰ প্ৰশ্নই ছাইকীৰ আনন্দমুখৰ অন্তৰখন মলিন কৰি তুলিলে। এনেতে ক'ৰবাৰপৰা ভাহি আহিল এটা অশৰীৰী কণ্ঠস্বৰঃ "হে মহিমাময়ী নাৰী, আচৰিত হৈছা কিয়? এই সকলোবোৰ ঐশ্বৰ্য-সম্পদ অতুলনীয় তোমাৰ ৰূপ-যৌৱনৰ বেদীত কোনোবা ৰূপৰ পূজাৰীৰ অঞ্জলি। এই সকলোবোৰৰে অধিকাৰিণী তুমি। আগ বাঢ়ি যোৱা। তোমাৰ স্বৰ্ণ-খচিত কক্ষলৈ আগ বাঢ়ি যোৱা। সোণৰ পালেঙত তোমাৰ কাৰণে দুগ্ধ-ফেন সদৃশ পাটী পৰা আছে। যোৱা, খন্তেক বিশ্ৰাম লোৱাগৈ। আমি তোমাৰ ভৃত্যবৃন্দ। বিশ্ৰামৰ অন্তত আমি তোমাৰ কাৰণে নিশাৰ আহাৰৰ যোগান ধৰিম।"

এনেদৰে অশৰীৰী কণ্ঠস্বৰ শুনাৰ অন্তত এই সকলোবোৰ ঐশ্বৰ্য-সম্পদ যে তেওঁৰ,—এয়া যে কোনোবা প্ৰণয়-প্ৰাৰ্থী দেৱতাৰ দান, সেই বিষয়ে ছাইকী নিঃসন্দেহ হ'ল। আনন্দ-উলাহত তেওঁ বিশ্ৰাম কৰিবলৈ গ'ল। বিশ্ৰামৰ অন্তত স্নান-কৰ্ম শেষ কৰি আন এটা কক্ষলৈ ছাইকী ওলাই আহিল। তাত এখন অৰ্ধ-চন্দ্ৰ

আকৃতিৰ টেবুলত নানা তৰহৰ সজাই থোৱা খাদ্য-বস্তু চকুত পৰিল। ক'ৰপৰা কোনে এই বস্তুবোৰ তালৈ আনিলে,—সেইযাৰ কথা তেওঁৰ চকুত নপৰিল। প্ৰত্যেকটো বস্তুৱেই যেন বতাহত ওপঙি আহি ফুলৰ বুকুত পখিলা পৰাদি টেবুলত পৰিছেহি,—এনে যেন তেওঁৰ অনুমান হ'ল। কেউপিনে মাথোন ওপঙি ফুৰিছে কিছুমান কণ্ঠস্বৰ। তাৰ বাহিৰে আন একোৱেই নাই। আহাৰৰ অন্তত সমগ্ৰ কক্ষটো সঙ্গীতৰ মূৰ্ছনাত জোঁকাৰ খাই উঠিল। কোনোবাই যেন নানা তৰহৰ বাদ্য-যন্ত্ৰত ঝঙ্কাৰ তুলিছে। কেউপিনে সঙ্গীতৰ এক মৃদু, মধুৰ তৰঙ্গায়িত প্লাৱন। তেতিয়া বহুত নিশা। ছাইকী পাটীত পৰিলগৈ,—অকলশৰীয়া।

নিশা গভীৰ হৈ আহিল। কাৰোবাৰ এক মৃদু মধুৰ পদধ্বনি ছাইকীৰ কাণত পৰিলহি। ভয় আৰু আশঙ্কাত তেওঁৰ অন্তৰখন থৰে থৰে কঁপি উঠিল। এক অজানিত আশঙ্কাই মনৰ সকলো উলাহৰ অৱসান ঘটালে। সকলো শেষ। আজি মৃত্যু তেওঁৰ সুনিশ্চিত। অন্ধকাৰময় কক্ষটো যেন তেওঁৰ বুকুৰ নিশ্বাসত জনজনাই উঠিল। কোনোবা যেন ধীৰে ধীৰে তেওঁৰ পাটীত উঠিছেহি। তেওঁৰ কাষতে আহি শুইছেহি। তেওঁক যেন দুবাহুৰে আঁকোৱালি লৈছে। তেওঁৰ মুখত যেন কাৰোবাৰ ওঁঠৰ স্পৰ্শ,—ক্ৰমাৎ ভৰিৰ তলুৱাৰপৰা মূৰৰ চুলিলৈকে অসংখ্যবাৰ যেন কাৰোবাৰ ওঁঠৰ স্পৰ্শ। ছাইকী বাউলী হৈ পৰিল। এন্ধাৰতে কাৰোবাক পিঠিত হাত বুলাই দি মৰম কৰিবলৈ ধৰিলে। মৰমৰ স্পৰ্শত সমগ্ৰ দেহ-মন উথলি উঠিল। ছাইকীৰ মনতে ভাৱ হ'ল ঃ "ইমান আলফুলকৈ মৰম কৰিব জানে! কোন বাৰু ?"





ভেনাছ আৰু কিউপিড



তেতিয়া দোকমোকালি। পুৱাই চলফাট্ নৌ দিয়ে এথোন। কোনোবাই যেন সোণোৱালী চুলিকোঁচাৰ মাজত আঙুলি বুলাই দি ছাইকীক কৈছেঃ "সোণজনী, তুমি শুই পৰা এতিয়া। একেবাৰে শ্ৰান্ত হৈ গৈছা। মই যাওঁ।" এই বুলি সেই অশৰীৰী আত্মা অন্তৰ্ধান হ'ল। ছাইকীৰ টোপনি আৰু নাহিল। নিশাৰ মধুৰ স্মৃতিৰ কথা সুঁৱৰি তেওঁ চঞ্চল হৈ পৰিল। ইমান মধুৰ! ইমান সুন্দৰ,—তেওঁ কল্পনাকে কৰিব পৰা নাছিল। মৰম আছে বাবে মানুহ জীয়াই আছে। ছাইকীয়ে মনতে কথাষাৰ ঘূৰাই পকাই ভাবিবলৈ ধৰিলে।

পুৱাৰ লগে লগে আকো সেই কণ্ঠস্বৰবোৰ ছাইকীৰ কাণত পৰিবলৈ ধৰিলে। একে সুমধুৰ। একে তৎপৰ। এই কণ্ঠস্বৰ-সমূহ তেওঁৰ আলপৈচান ধৰাত ব্যস্ত হৈ পৰিল। পুৱাৰ সকলোবোৰ যোগাৰ হৈ গ'ল। তাৰ পাছত সঙ্গীতৰ লহৰ,—সমলয়ী সুৰৰ মূৰ্ছনা। প্ৰিয়জনৰ বুকুৰ মৰম আৰু সুৰৰ লহৰ, —কেনে সুন্দৰ! ছাইকীয়ে ভাবিবলৈ ধৰিলে। অৱশেষত লৰি গৈ সুবৃহৎ আৰ্চিখনত চাবলৈ ধৰিলে নিজৰ গাটো,—মুখখন, বুকুখন, চকুৰ পতা দুটা। ক'ৰবাত কেনেবাকৈ নিশাৰ মৰমবোৰ বিচাৰি পায়েই বা। ছাইকীৰ মনটো কি যে হৈ গৈছে,—কোনে কব বাৰু?

ইয়াৰ পিছত দিনবোৰ এটাৰ পিছত এটাকৈ বাগৰি যাবলৈ ধৰিলে। নিশাৰ মধুময় সোঁৱৰণ, দিনৰ সঙ্গীতৰ সুৰ-লহৰ,—এই দৰেই ছাইকীৰ নিৰ্জন জীৱনটো পৰিপূৰ্ণ হৈ উঠিল। প্ৰথমতে

যিটো বস্তু আচহুৱা যেন লাগিছিল, ক্রমাৎ সেইটো বস্তুৱেই স্বাভাৱিক যেন লগাত পৰিল। নিশাটো ছাইকীৰ কাৰণে বৰ আপোন হৈ পৰিল। এন্ধাৰবোৰো যে ইমান সুন্দৰ হব পাৰে! দিনটো যেন নাযায়, শেষ নহয়—প্রত্যেক মুহূর্তটোৱেই যেন অনন্ত। বেলিটোৰ গতিও যেন মন্থৰ,—এনেবোৰ ভাৱে ছাইকীক জুমুৰি দি ধৰি অস্থিৰ কৰি তোলে। অৱশেষত যেতিয়া পছিম আকাশখন ৰেঙাই তুলি বেলিটো আঁতৰি যায়, তেতিয়া ছাইকীৰ উলাহ চায় কোনে! ৰাতিটোহে আপোন। দিনটো নহয়।



ন হাতে ৰাজ-কাৰেঙত ৰজা-ৰাণী দুয়ো বিষাদত ম্রিয়মান। তিল তিলকৈ তেওঁলোকৰ জীৱন-বন্তি নিষ্প্রভ হৈ আহিবলৈ ধৰিলে। ৰাজ-কাৰেঙৰ কাৰো মুখত হাঁহি নাই। কাৰো মুখত আনন্দ নাই। সকলোবোৰ নিষ্প্রাণ হৈ গৈছে। এই কাহিনীটো ক্রমাৎ দেশে-বিদেশে বিয়পি পৰিল। দেশ-বিদেশ উপচি থকা ছাইকীৰ ৰূপৰ পূজাৰী-সকলৰ মন বিষাদে ছাটি পেলালে। সকলোৰে মুখত সেই একেটা কথাই। অৱশেষত দূৰ দেশত থকা ৰজা-ৰাণীৰ বৰ জীয়ৰী দুগৰাকীৰ কাণতো কথাষাৰ পৰিলগৈ। তেওঁলোকৰো বেদনাত অন্তৰ উপচি পৰিল। মাক-দেউতাকৰ কাষ চাপি সান্ত্বনা দিবলৈ তেওঁলোক ব্যাকুল হৈ পৰিল। চকুৰ পানীৰে তেওঁলোকে বাট নেদেখা হ'ল।



সেই নিশা তেওঁৰ স্বামীয়ে ছাইকীৰ কাণে কাণে ক'লে,—চকুৰে দেখা নাছিল যদিও, তেওঁৰ হাতে সেই অদৃশ্যমান স্বামীৰ স্পর্শ-সুখ অনুভৱ কৰিছিল। তেওঁ কলে: "মৰমৰ ছাইকী, মোৰ সোণজনী! কিবা এটা আগন্তুক বিপদৰ আশঙ্কাত মোৰ অন্তৰখন কঁপি উঠিছে, সোণ। আমাৰ সমুখত এক পাৰাপাৰহীন বিপদৰ ছঁয়া মই দেখিছোঁ। সতর্ক হৈ থাকিবা দেই! বৰ সাৱধানে চলিবা। তোমাৰ বাইদেউ দুগৰাকীয়ে তোমাৰ মৃত্যু হৈছে বুলি ভাবিছে। তেওঁলোক শোকত বিহ্বল হৈ পৰিছে। তোমাক বিচাৰি তেওঁলোক সৌ গিৰি-শিখৰ পাবহি। তেওঁ-লোকৰ কান্দোনৰ ধ্বনি শুনিলেও থিৰেৰে থাকিবা। বিচলিত নহবা। সেই পিনে আন কি লক্ষ্যকে নকৰিবা। যদিহে কৰা, তেন্তে তোমাৰ, মোৰ আৰু আমাৰ এই অভূতপূর্ব মিলন-আনন্দৰ ধ্বংস বুলি জানিবা। বুজিছা, সোণ?"

ছাইকীয়ে স্বামীৰ বুকুত মুখখন লুকাই উচুপিবলৈ ধৰিলে। উচুপি উচুপি তেওঁ স্বামীৰ বাক্য প্রাণ গলেও উলঙ্ঘা নকৰে বুলি প্রতিশ্রুতি দিলে। এতিয়া বেলি ওলোৱাৰ সময়। দুয়োৰো দিনটোৰ কাৰণে বিচ্ছেদৰ সময় উপস্থিত। দিন হ'ল। পুৱাৰ ৰঙা পোহৰে আকাশখন জলাই তুলিলে। ছাইকীৰ অন্তৰ বেদনাত উথলি উঠিল। চকুপানীয়ে সাগৰ ৰচনা কৰিলে। এই এটা নির্জন জীৱন। ক'তো জনপ্রাণী এটাও নাই। এই মণি-মুক্তাখচিত প্রাসাদটোত তাই মাথোন বন্দিনীহে। ইমান অকলশৰীয়া জীৱন। আন কি নিজৰ তেজ-মঙহৰ বায়েক দুগৰাকী,—তেওঁলোকো যেতিয়া কান্দি কাটি বাউলী হব, তেওঁ-

লোকক সান্ত্বনা দিয়া অধিকাৰ কণৰপৰাও তেওঁ বঞ্চিত। ছাইকীয়ে সেই দিনা একোকে নাখালে। আন কি স্নান-কাৰ্যও নকৰিলে। গোটেই দিনটো পাটীত পৰি কান্দিয়েই থাকিল। অশৰীৰী আত্মাসমূহে সান্ত্বনা দিবলৈ কিমান যত্ন কৰিলে, সঙ্গীতৰ সুৰ-মাধুৰ্য্যৰে প্ৰাসাদ ওপচাই পেলালে,--তথাপি বেদনাত চূৰমাৰ হোৱা ছাইকীৰ অন্তৰে শান্তি নাপালে। এক অসহনীয় বেদনাই তেওঁক আগুৰি ধৰিলে,—সীমাহীন বেদনা।

নিশা আকৌ গভীৰ হৈ আহিল। অন্ধকাৰময় শয়ন-কক্ষত ছাইকী বেদনাত ম্ৰিয়মান। আগতকৈ সোনকালে সেই নিশা স্বামীৰ আগমনৰ শব্দ তেওঁৰ কাণত পৰিল। স্বামী আহিল। কিন্তু ছাইকী,—তেওঁ তেতিয়াও কান্দিয়েই আছে। আগৰ দৰে স্বামীৰ স্পৰ্শত তেওঁ অধীৰ হোৱা নাই। আগৰ দৰে তেওঁ স্বামীক সাৱটি ধৰি বুকুৰ মাজত নিজে নিজে সোমাই পৰা নাই। কান্দি থকা ছাইকীজনীৰ গালে-মুখে হাত বুলাই দি তেওঁ কবলৈ ধৰিলে: "ছাইকী, মোৰ সোণ! তোমাৰ প্ৰতিশ্ৰুতি তুমি এনেকৈয়ে ৰক্ষা কৰিবলৈ ওলাইছা,—নহয় নে বাৰু? এনেকৈ কান্দি-কাটি, মৰহি পৰি? এবাৰ ভাবি চোৱা,—এনেকৈ তোমাৰ স্বামীয়ে বাৰু তোমাৰপৰা কি আশা কৰিব পাৰে? দিনে-নিশাই তুমি এই দৰে বিহ্বল হৈ থাকা। মোৰ বুকুৰ তেজৰ উমেও তোমাক শান্তি দিব পৰা নাই। মোৰ এই অপৰ্যাপ্ত মৰম, অপৰিসীম চেনেহ তোমাৰ বেদনাৰ শিলত ঠেকা খাই যেন চূৰ্ণ-বিচূৰ্ণ হৈ গৈছে। ছাইকী, তোমাক আৰু মই বাধা নিদিওঁ। বিপদৰ মুহূৰ্তত এটা কথা মাথোন স্মৰণ কৰিবা সোণ,—তোমাৰ



স্বামীয়ে তোমাক আগতীয়াকৈ সাৱধান কৰি দিছিল। আৰু নাকান্দিবা মোৰ সোণ, মোৰ ছাইকী,—মোৰ বুকুৰ মাজলৈ আহা। তোমাৰ চকুৰ পানীয়ে মোক অস্থিৰ কৰি তোলে। আৰু নাকান্দিবা। নাকান্দিবা, সোণ।"

নিশাৰ মধু মুহূৰ্তবোৰ এই দৰেই এটা এটাকৈ উৰুলি গ'ল। আকৌ দোকমোকালি,—বিদায়ৰ ক্ষণ আহি উপস্থিত। ছাইকীয়ে এন্ধাৰতে স্বামীৰ চুলিকোঁচাৰ মাজে মাজে আঙুলি বুলাই দি কবলৈ ধৰিলে: "এটা কথা মোৰ ৰাখিবা নে সোণ? এবাৰ মাথোন বাইদেউহঁতক লগ পাবলৈ অনুমতি দিবা নে? মোৰ অন্তৰখনে যে নসহা হৈছে। তোমাৰ মই অবাধ্য হব খোজা নাই। তোমাক পাই মই কি পাইছোঁ,—মই নাজানো। তুমি মোৰ কুমাৰী কালৰ বাসনা মূৰ্তিমন্ত হৈ দুবাহুত ধৰা দিছা। তুমি কোন মই নাজানো। আজিও তোমাক মই চকুৰে দেখা নাই। তথাপি মই জানো তুমি মোৰ। মোৰ প্ৰত্যেক শিৰাই উপশিৰাই তুমি ব্যাপ্ত। তোমাৰ ওচৰত মোৰ মাথোন এটা অনুৰোধ—বিষাদত ক্লান্ত হৈ পৰা বাইদেউহঁতক এবাৰ লগ পাবলৈ দিয়া। মোৰ অন্তৰে তেওঁলোকক বিচাৰিছে, ক্ষন্তেকৰ বাবে। তেওঁলোকক এবাৰ সান্ত্বনা দিয়াৰ মোক সুবিধা দিয়া।"

ছাইকীৰ এই কৰুণ মিনতিত স্বামীৰ পুৰুষ-হৃদয়ৰ প্ৰত্যেক ডাল তাঁৰ কঁপি উঠিল। সমবেদনাৰ কঁপনি। পত্নীৰ এনে মৰম-সনা অনুৰোধ অৱমাননা কৰিবলৈ তেওঁৰ সত লগ'ল। "বাৰু, লগ পাবা। মই আপত্তি নকৰোঁ। এটা কথা, কাকুতি-মিনতিত

অভিভূত হৈ তুমি কোনো কালেও কেতিয়াও তেওঁলোকক তোমাৰ স্বামীৰ বিষয়ে ঘৃণাক্ষৰেও একো কথা নকবা। কলেই বিপদ। এই সকলোবোৰ ঐশ্বৰ্য-সম্পদৰ অন্ত পৰিব। আমাৰ মাজৰ এই অকৃত্ৰিম প্ৰণয়-প্ৰীতিৰ অন্ত পৰিব। আমাৰ চিৰকালৰ কাৰণে বিচ্ছেদ হব। আমাৰ জীৱন,—তোমাৰ আৰু মোৰ; বিচ্ছেদ-বেদনাত ধ্বংস-প্ৰাপ্ত হব। সাৱধান দেই সোণ।"

ছাইকীৰ অন্তৰত ধুমুহাৰ সৃষ্টি হ'ল। বুকুখন তেওঁৰ পাহে পাহে কঁপিবলৈ ধৰিলে। তেওঁ অস্থিৰ হৈ উঠিল। স্বামীৰ হাতখন নিজৰ বুকুৰ মাজত হেঁচা মাৰি লৈ ছাইকীয়ে ধীৰে ধীৰে কবলৈ ধৰিলে: "মই জানো, মোৰ প্ৰিয়,—তোমাৰ দুচকুত মোৰ স্বপ্ন অঁকা। তোমাৰ এই মধুৰ বাহু-বন্ধন,—মই পাহৰিব নোৱাৰোঁ সোণ। ইয়াৰপৰা বঞ্চিত হোৱাতকৈ এশবাৰ মৃত্যুক আঁকোৱালি লবলৈ মই প্ৰস্তুত। তুমি যিয়েই নোহোৱা লাগিলে, তোমাৰ ছাইকী জীয়াই আছে তোমাৰ কাৰণে। তোমাৰ কাৰণে মোৰ অন্তৰৰ মণি-কূটত মই আসন পাতিছোঁ। তোমাৰ প্ৰণয়ৰ তুলনাত স্বয়ং কিউপিডৰ প্ৰণয়ো তুচ্ছ। যি মাধুৰী বিলাই তুমি মোৰ শূন্য জীৱন পৰিপূৰ্ণ কৰিছা, তাৰ তুলনাত মই তোমাক একো দিব পৰা নাই, সোণ।" ছাইকী অধীৰ হৈ পৰিল। এটাৰ পিছত এটাকৈ অন্তহীন চুমাৰে স্বামীক তেওঁ ওপচাই পেলালে। "মোৰ সোণ! ছাইকীৰ জীৱন! ছাইকীৰ প্ৰাণ! মোৰ মাথোন এটা অনুৰোধ ৰক্ষা কৰা। তুমি পচোৱা বতাহ ছাটিক এবাৰ মাথোন আদেশ দিয়া,—মোক যেনেকৈ সৌ পৰ্বতৰ টিঙৰপৰা উৰুৱাই এই খিনি পোৱাইছিলহি, সেই দৰে বাইদেউহঁতকো যাতে মোৰ



ওচৰলৈ লৈ আহে। মোৰ এই সাধাৰণ অনুৰোধটো ৰক্ষা কৰা, সোণ।" ছাইকীৰ স্বামীৰ অন্তৰত জুই জ্বলিবলৈ ধৰিলে। এফালে আগন্তুক ঘনীভূত ছায়া, আনপিনে পত্নীৰ কাতৰ মিনতি। উপায়হীন হৈ অগত্যা পত্নীৰ প্ৰস্তাৱত তেওঁ মান্তি হ'ল। অনিচ্ছাসত্বেও পচোৱাক আদেশ দি তেওঁ অন্তৰ্ধান হ'ল।



ৰা সৰহ সময় যোৱা নাই। এতিয়াও কোমল পুৱাটো কোমল হৈয়েই আছে। কেউপিনে স্নিগ্ধ। আকাশ নিৰ্মল। ওচৰৰ জুৰিটিয়ে ইটো শিলৰপৰা সিটো শিললৈ জঁপিয়াই কল্লোল-ধ্বনিৰ সৃষ্টি কৰিছে। এনে এটা মুহূৰ্তত ছাইকীৰ বায়েক দুগৰাকী সেই পৰ্বতৰ টিঙত উপনীত হ'লহি। এয়েই তেওঁলোকৰ ভনীয়েকৰ অন্তিমথলী। ইয়াতেই জন-সমদলটোৱে তাইক এৰি থৈ গৈছিল,—বিস্মৃতিৰ গৰ্ভৰপৰা শৈশৱ আৰু যৌৱনৰ এটা এটাকৈ কথাৰ সোঁত বৈ আহি তেওঁলোকক ব্যাকুল কৰি তুলিলে। চিঞৰি চিঞৰি তেওঁলোকে কান্দিবলৈ ধৰিলে। "ছাইকী, ছাইকী" বুলি চিঞৰি গছৰ পাত সৰুৱালে। সেই চিঞৰ পৰ্বতৰ গাত ঠেকা খাই বাগৰি গ'ল। প্ৰতিধ্বনিৰ সৃষ্টি হ'ল। এই প্ৰতিধ্বনিৰ আঘাতত গোটেই উপত্যকা-অঞ্চল জোঁকাৰ খাই উঠিল। এই কান্দোনৰ আঘাতত ছাইকীৰ প্ৰাসাদ কঁপি উঠিল। ছাইকী বাহিৰলৈ বাউলী হৈ লৰি আহিল,—"নাকান্দিবা, নাকান্দিবা। তোমালোকৰ ছাইকী ইয়াতে আছে। ছাইকীৰ মৃত্যু হোৱা নাই।"

এই বুলি কৈ তেওঁ পচোৱাক আদেশ কৰিলে। দুয়োগৰাকী বায়েকক আলফুলকৈ বুটলি আনি পচোৱাই ছাইকীৰ ওচৰ পোৱালেহি। হেৰাই যোৱা তেজ-মঙহৰ পৰিয়াল এটাৰ পুনৰ মিলনত কি আনন্দ,—কি তৃপ্তিৰ পয়োভৰ। এই কল্পনা কৰিব নোৱাৰা মুহূৰ্ত্তটোৰ আলিঙ্গনত তিনিও উন্মাদ হৈ উঠিল। ছাইকীৰ নিৰ্জন জীৱনটো যেন পৰিপূৰ্ণ হ'ল। সাৰ্থক হ'ল। মধুৰ হ'ল।

"এইটো মোৰ ঘৰ। আহা, ভিতৰ সোমাই আহা। এই সকলোবোৰ ঐশ্বৰ্য-সম্পদ মোৰ।" এই বুলি কৈ বায়েকহঁতক ছাইকীয়ে এফালৰপৰা সকলো বস্তু তন্নতন্নকৈ দেখুৱাই গ'ল। "এইবোৰ চোৱা,—কিমানবোৰ সোণ-ৰূপৰ অলঙ্কাৰ। এইবোৰ মণি-মুক্তাৰ।" লগতে কেনেকৈ কিছুমান অশৰীৰী আত্মাই তেওঁৰ সকলো সময়তে আলপৈচান ধৰে,—সেই বিষয়েও কলে। স্নানৰ অন্তত, সেই দৈৱিক আহাৰ-সম্ভাৰেৰে তেওঁলোকৰ ভোজনৰ ব্যৱস্থাও হ'ল। আহাৰ শেষ কৰি তিনিও গৰাকী বায়েক ভনীয়েকে জিৰণি ল'লে। বহুত কথা,—কথাৰ যেন শেষ নাই।

ইপিনে ছাইকীৰ ঐশ্বৰ্য-সম্পদ, সুখ-সমৃদ্ধি দেখি মনে মনে তেওঁলোকৰ ঈৰ্ষা-অনল তুঁহ জুই জ্বলাদি জ্বলিবলৈ ধৰিলে। তুঁহ জুই ক্ৰমাৎ মেজিৰ জুই হ'ল। এজনীয়ে মনৰ খুদুৱনি সম্বৰণ কৰিব নোৱাৰি ছাইকীক বাৰে বাৰে সুধিবলৈ ধৰিলে,—তাইৰ স্বামী কোন। তেওঁ দেখিবলৈ কেনেকুৱা। বয়স কিমান। ক'ত ঘৰ,—এনে ধৰণৰ নানা কথাবোৰ। বাৰে বাৰে



স্বামীৰ সতৰ্ক-বাণীলৈ ছাইকীৰ মনত পৰিবলৈ ধৰিলে। নিজৰ প্ৰতিশ্ৰুতিৰ কথাও স্মৰণ হ'ল। উপায় নাই। বায়েকহঁতে কিন্তু নেৰে,--কবই লাগিব স্বামী কোন, দেখিবলৈ কেনেকুৱা। অৱশেষত উপায়ান্তৰ হৈ তেওঁ কলে: "মোৰ স্বামী সৰল, সুস্থ এজন যুৱক। দিনটো তেওঁ ঘোৰ অৰণ্যত চিকাৰ কাৰ্যত ব্যস্ত থাকে। এয়েই তেওঁৰ জীৱনৰ মুখ্য আকৰ্ষণ।" এইখিনি কথা কৈ ছাইকীৰ বুকুখন আশঙ্কাত কঁপি উঠিল। তেওঁ যেন সীমা অতিক্ৰম কৰি গৈছে,—এনে ধৰণৰ আশঙ্কাই মনটো আচ্ছন্ন কৰি পেলালে। অৱশেষত পচোৱাক আহ্বান জনালে। দুয়োগৰাকীকে দুধাৰ মণিমুক্তাখচিত সোণৰ সাতশৰী উপহাৰ দি পুনৰ পৰ্বতৰ টিঙত থৈ আহিবলৈ পচোৱাক নিৰ্দেশ দিলে। তেতিয়াও সূৰ্যাস্তলৈ বহুত সময় বাকী।


ইকীৰ দুয়োগৰাকী বায়েক পৰ্বতৰ টিঙৰপৰা ঘৰলৈ বাট বুলিবলৈ ধৰিলে। ইগৰাকীয়ে নাজানে সিগৰাকীৰ অন্তৰত কি কুৰা জুই জ্বলিছে,—সেই ঈৰ্ষা-বহ্নিৰ উত্তপ্তত দুয়োগৰাকী প্ৰায় নিজে নিজে ভস্মীভূত হোৱাৰ অৱস্থা। দুয়োগৰাকীৰ মাজত ছাইকীৰ জীৱন সম্বন্ধে আলোচনা চলিল। সেই আলোচনাত কৰ নোৱাৰাকৈয়ে দুয়োৰো মনৰ অসংযত ভাৱবোৰ প্ৰকাশ পাবলৈ ধৰিলে,—ক্ৰমাৎ হিংসা, বিদ্বেষ উদ্গীৰণ হবলৈ ধৰিলে। অৱশেষত এগৰাকীয়ে কৈ পেলালে: "আমাৰ প্ৰতি বিধাতা কেনে বিমুখ, কেনে নিষ্ঠুৰ! একে মাতৃ-

গৰ্ভৰ সন্তান হৈও আমাৰ কি অৱস্থা! ৰাজ-সম্ৰাটৰ লগত আমাৰ বিবাহ হৈছে যদিও, আমাৰ বাসস্থান দূৰ বিদেশত। আমি পিতৃ-মাতৃৰপৰা নিৰ্বাসিতা। আৰু ছাইকী,—তাইৰ কিমান সুখ। ইমানবোৰ ঐশ্বৰ্য সম্পদৰ তাই গৰাকিনী। তুমি তাইৰ ঘৰৰ ঐশ্বৰ্য-সম্পদলৈ লক্ষ্য কৰিছিলা নে? কিমানবোৰ সোন-ৰূপৰ বস্তু! কিমানবোৰ মূল্যবান বস্তু সম্ভাৰ! যিপিনেই খোজ দিয়া সেই পিনেই স্বৰ্ণ-চ্ছটা। প্ৰকৃততে তাইৰ স্বামী যদি তাই কোৱাৰ দৰেই সৌন্দৰ্যৰ প্ৰতিমূৰ্তি হয় তেন্তে তাইতকৈ সুখী আৰু কোন হব পাৰে? ক্ৰমাৎ তাৰ যেতিয়া প্ৰণয়-আকৰ্ষণ আৰু গভীৰ হৈ আহিব,—এদিন হয়তো তায়ো দেৱীৰ শাৰীলৈ উন্নীত হব। প্ৰকৃততে তাই এতিয়াই হৈছে। তাইৰ দেহৰ জ্যোতি, বচন-ভঙ্গী, চলন-ভঙ্গী সকলোতে এটা অভূতপূৰ্ব ব্যক্তিত্বই ঠাই পাইছে। এই ব্যক্তিত্ব মানৱীয় নহয়। ই দৈৱিক শক্তিসম্পন্ন। যি অশৰীৰী আত্মা কিছুমানক আদেশ দিব পাৰে, যি আন কি পচোৱাক নিৰ্দেশ দিব পাৰে, তাই দেৱী নহয় কি? আৰু মোৰ, —মোৰ কপালখনলৈ নোচোৱা কিয়? মোৰ কপালত মই এনে এজন স্বামী পাইছোঁ, যাৰ মূৰত চুলি বুলিবলৈ এডালো নাই। মূৰটো যেনিবা এটা ৰঙালাওহে। বয়সত আমাৰ দেউতাতকৈ ডাঙৰ। গাত শক্তি বুলিবলৈ লেশমানো নাই। মোৰ এই উপচি পৰা যৌৱন ব্যৰ্থ হৈ গৈছে। যি স্বামীয়ে পত্নীক বুকুত এবুকুকৈ সাৱটি লব নোৱাৰে, তেনে অকৰ্মন্য স্বামী থকাতকৈ নথকাই ভাল। মোৰ মনটো বিপ্লৱী হৈ উঠিছে। ছাইকীলৈ নোচোৱা কেলৈ,—তাইৰ যেন মনৰ আনন্দ, তৃপ্তি পাৰ ভাঙি গৈছে। যাবই। যাৰ স্বামীৰ বাহুত শক্তি আছে, তাই সুখী



নহৈ সুখী হব কোন? মই? মই সুখী হম? এই বাহু-বন্ধনৰ তৃপ্তিয়েই তাইৰ গৰ্বৰ কাৰণ।"

ইজনীয়ে কবলৈ আৰম্ভ কৰিলে: "আজিলৈকে নিজৰ অৱস্থাৰ কথা কাকো মই কোৱা নাই। সকলোবোৰ অসহনীয় বেদনা নীৰৱে সহ্য কৰি যাবলৈ যত্ন কৰিছোঁ। নিজৰ কথা আনক কৈতো লাভ নাই। কোনে বুজিব? কোনে উপলব্ধি কৰিব? তোমাক বাৰু কওঁ,—শুনা। মোৰ স্বামী তোমাৰ জনতকৈ অকৰ্মণ্য। তেওঁ পঙ্গু, যাৰ প্ৰণয়-দানৰ কাৰণে শক্তি নাই। যেতিয়া ৰাজ্যৰ মানুহে কয়,—মহাৰাণী ইমান ধুনীয়া, তেতিয়া মোৰ অন্তৰ ব্যৰ্থতাই আগুৰি ধৰে। নাৰী সুন্দৰী হয়, পুৰুষৰ তৃপ্তি-বিধানৰ কাৰণে। আৰু মই? মই সুন্দৰী হৈছোঁ, মোৰ সৌন্দৰ্য অতৃপ্তিত নীৰৱে মলঙি যাবৰ কাৰণে। মোৰো মনটো কেতিয়াবা উগ্ৰভাৱে বিপ্লৱী হৈ উঠে। সমাজ সংসাৰৰ যেন সকলো বন্ধন ভাঙি-ছিঙি নোহোৱা কৰিম। কাৰোবাৰ যেন মৰম বিচাৰি ত্ৰিভুবন চলাথ কৰিম। নাৰী জীয়াই থাকে পুৰুষৰ মৰমত। ময়ো তেনেকৈয়ে জীয়াই থাকিবলৈ বিচাৰোঁ। আৰু এই ছাইকীৰ কথা যেতিয়া ভাবোঁ,—বিধাতাৰ নিষ্ঠুৰতাৰ কথা ভাবি মই আচৰিত হৈ যাওঁ। আমাৰোতো যৌৱন আছে। আমাৰোতো সৌন্দৰ্য আছে। তেন্তে বিধাতাৰ কিয় এই অবিচাৰ? আমাৰ ভনী হলেও কব লাগিব,—ছাইকীৰ নিচিনা জধা মূৰ্খ ছোৱালী এজনীৰ হাতত ইমানবোৰ ঐশ্বৰ্য-সম্পদ। এজন সুন্দৰ যুৱক তাইৰ স্বামী। মোৰ আৰু সহ্য নহয়, ইতিমধ্যে তাইৰ গৰ্ব হৈছেই। তাই যেতিয়া সেই ঐশ্বৰ্য-সম্পদবোৰ দেখুৱাইছিল,

—পদে পদে তাইৰ মনৰ অহংকাৰ কেনেকৈ প্ৰকাশ পাইছিল, লক্ষ্য কৰা নাছিলা জানো ? আৰু এটা কথা মন কৰিলা নে,— ইয়ানবোৰ ৰত্নৰাজিৰ মাজৰপৰা তাই মাথোন আমাক দুডাল সাতশৰীহে দিলে ? আমি হোৱা হলে কোঁচ ভৰাই উপহাৰ দিলো-হেঁতেন। আৰু এই সাতশৰী দুডালো তাই দিওঁ নিদিওঁকৈহে দিছে। তাৰ পিছত ? তাৰ পিছত, মন কৰিছিলা নে—আমাৰ উপস্থিতিত তাই কেনেকৈ বিৰক্তি অনুভৱ কৰিবলৈ ধৰিছিল ? অৱশেষত কেনে অভদ্ৰ ভাৱে তাই পচোৱাক মাতি আমাক পৰ্বতৰ টিঙলৈ লৈ আহিবলৈ আদেশ দিছিল। তুমিও আঁকৰী,—এইবোৰ কথা তোমাৰ চকুত ধৰা নপৰাকৈ আছিল কেনেকৈ ? এটা কথা কওঁ,—মই যদি মানুহ হওঁ, মোৰ ধমনীত যদি লেশমানো তেজ আছে, মই তাইক এই ঐশ্বৰ্য সম্পদৰপৰা, এই সুখ-সম্ভোগৰপৰা, বঞ্চিত নকৰাকৈ কেতিয়াও নেৰোঁ। তাইৰ গৰ্ব মষিমূৰ কৰিবই লাগিব। আমি প্ৰতিশোধ লবই লাগিব। আমাৰ পিতৃ-মাতৃ বা আন কাকো এই অপমানৰ কথা নকওঁ,—বুজিছা ? তাইৰ অৱস্থাৰ কথাও একো নকওঁ। তাইৰ সুখ-সমৃদ্ধিৰ কথা আনে নজনাকৈ থকাই ভাল। এতিয়া আমি নিজৰ স্বামী-গৃহলৈ উলটি যাওঁ, ব'লা। তাৰ পিছত কেনেকৈ এই অকৰ্মণ্য, মদগৰ্বী ছাইকীৰ ওপৰত প্ৰতিশোধ লব পাৰি,—তাৰেই পৰিকল্পনা কৰিমইঁক। তোমাক মই সকলো বাতৰি দি থাকিম। তুমিও দি থাকিবা।”

প্ৰতিশোধৰ আশাত তেওঁলোকৰ উৰঁলি পৰা মনবোৰ আকৌ ঠন ধৰি উঠিল। মলঙা মনে দুনাই জীপ ললে।





ক্বিউপিডৰ প্ৰাসাদত ছাইকী



শা নামি আহিল। ছাইকীৰ মনটো সেই দিনা উত্ৰাৱল হৈ আছিল। বায়েকহঁতক পাই তেওঁ উত্ৰাৱল হৈ উঠিছিল। স্বামীৰ আগমনলৈ বাট চাই চাই প্ৰত্যেকটো মুহূৰ্ত অস্থিৰ হৈ আছিল। সময় যেন অনন্ত সাগৰ। ইয়াৰ শেষ নাই। নিশা গহীন হৈ আহিছে। এনেতে স্বামী আহি উপস্থিত। মন বিষাদ-ক্লান্ত। উলাহ নাই। তথাপি সেই আগৰ দৰেই মৰমৰ অত্যাচাৰ। পাৰ নাই। উলাহ-অধীৰ ছাইকী নিজেই আজি সক্ৰিয় হৈ উঠিছে। .... .... .... আকৌ দোকমোকালি। পুঁৱতী নিশাৰ বতাহজাকে তেওঁলোকৰ ঘুটীয়া মৰমখিনিক ছুই গৈছে। তথাপি ছাইকীৰ স্বামীৰ ভাগি পৰা মনটো জীপ লৈ উঠা নাই। মনৰ গহন কোণত যেন কাৰোবাৰ নখৰ আঁচোৰ পৰিছে,—তেজ বিৰিঙি উঠিছে। এটা বেদনা-গধুৰ মনলৈ নিশাৰ এন্ধাৰত স্বামীয়ে ছাইকীক আকৌ সতৰ্ক কৰি দিলে ঃ “মোৰ সোণ, তুমি ক্ৰমাৎ কি বিপদৰ সন্মুখীন হৈছা, বুজা নাই। মই বুজিছোঁ। সেই কাৰণেই তোমাক মই বাৰে বাৰে সতৰ্ক কৰি দিছোঁ। তুমি মোক ভুল নুবুজিবা। এই আগন্তুক বিপদৰ নখৰ আঁচোৰত তুমি ধ্বংস হৈ যাবা। ময়ো ধ্বংস হৈ যাম। আমাৰ মৰমবোৰো ধ্বংস হৈ যাব, সোণ। আমাৰ বিচ্ছেদ মোৰ কাৰণে যে অসহনীয় হৈ উঠিব। মই

তোমাক মৰম দিছোঁ,—হিয়া উবুৰিয়াই মৰম দিছোঁ। তুমি মোক মৰম দিছা। এই মৰমৰ অৱসান ঘটাটো তুমি নিবিচাৰা, মই জানো। ময়ো নিবিচাৰোঁ। গতিকে তোমাক মই বাৰে বাৰে সতৰ্ক কৰি দিছোঁ। তুমি ক্ষুণ্ণ হৈছা, মই জানো। কিন্তু উপায় যে নাই। তোমাৰ সেই বায়েৰা দুগৰাকী,—তেওঁলোক তোমাৰ বিপক্ষে যি ষড়যন্ত্ৰত লিপ্ত হৈছে, তুমি নাজানা। মই জানো। তেওঁলোকৰ সুচতুৰ আক্ৰমণত তুমি ৰক্ষা পৰাটো অসম্ভৱ কথা। নানা কৌশলপূৰ্ণ উপায়েৰে মোৰ মুখখন চাবলৈ তেওঁলোকে তোমাক বাৰে বাৰে উদগনি দিব,—মই জানো। কেনেবাকৈ তুমি যদি এই মুখখন এবাৰ দেখা, দুনাই ইয়াক আৰু দেখিবলৈ নোপোৱা। সেয়ে শেষ দেখা,—জানিবা। তোমাৰ বায়েৰা দুগৰাকী আকৌ আহিব। তেওঁলোকে মোৰ কথা যদি সোধে, —তুমি একোকে নকবা দেই, সোণ। তেওঁলোকৰ কোনো কথাতে কাণ নিদিবা। তুমি হয়তো নাজানা,—তোমাৰ গৰ্ভত ইতিমধ্যেই আমাৰ মৰমৰ পাৰিজাত এপাহ ফুলিছে। তুমি যদি তোমাৰ স্বামীৰ পৰিচয় গোপন কৰি থবলৈ সক্ষম হোৱা, তেন্তে এই পাৰিজাত পাহে দেৱতাৰ ৰূপ লব। নহলে মানৱৰ।"

এই শেষৰ যাৰ কথাই ছাইকীক অজানিত ভাৱে পুলকিত কৰি তুলিলে। তাই দেৱ-সন্তানৰ মাতৃ হব। গোটেই নিৰ্জন ঘৰটো সন্তানৰ, শিশুৰ কলৰৱে উপচি পৰিব। দিনটো দেউতাক নাথাকে। তাকেই বুকুত সাৱটি লৈ "মোৰ সোণৰ পুতলি, মোৰ বাসনা, মোৰ বাছাধন" বুলি তাই ভাগৰুৱা মনটো জুৰ পেলাব। কোনোবাই "মা, মা" বুলি পাছে পাছে লৰি ফুৰিব, আঁচলৰ



আগটো ধৰি আঁজুৰিব,—কথাবোৰ ভাবি ভাবি ছাইকী তন্ময় হৈ গ'ল।

অকস্মাৎ তেওঁ চঁকখাই উঠিল। তেওঁৰ গৰ্ভত যেন কোনোবাই কোমলকৈ হাত এখন বুলাই আছে,—সেইখন স্বামীৰ হাত। মৰমৰ পৰশ পাই তেওঁৰ মনটো আকৌ নাচি উঠিল। সকলো তন্ময়তা আঁতৰিল। এয়া যে বাস্তৱ। এয়া যে সত্য। স্বামীৰ মৃদু-মধুৰ সতৰ্কবাণী তেওঁৰ কাণত পৰিল: "মোৰ ছাইকী। মোৰ সোণ। সো-ণ। সো-ণ। তোমাৰ এই বাইদেউ দুগৰাকীয়ে তোমাৰ বিপক্ষে বিৰাট ষড়যন্ত্ৰ কৰিছে। তেওঁলোকে হাতত প্ৰতিহিংসাৰ তৰবাৰি তুলি লৈছে। মোৰ প্ৰাণৰ ছাইকী,— আমি যে কি বিপদৰ মুখলৈ জানি শুনিও অগ্ৰসৰ হৈছোঁ। মোলৈ তোমাৰ মৰম নালাগে নে? মোৰ প্ৰতি তোমাৰ সহানুভূতি নহয় নে? যদিহে হয়,—তোমাক মাথোন মই এটা অনুৰোধ কৰোঁ। তোমাৰ মৌনতা প্ৰাণ গলেও ভঙ্গ নকৰিবা। তুমি নিজকে ৰক্ষা কৰা। মোকো ৰক্ষা কৰা। তোমাৰ গৰ্ভৰ সন্তানটোকো ৰক্ষা কৰা, সোণ। সিহঁতৰ কথাত তুমি আৰু লেশমানো বিচলিত নহবা। সৌ পৰ্বতৰ শিখৰত উঠি সিহঁতে যেতিয়া ইনাই বিনাই কান্দোনৰ ৰোল তুলিব, তুমি সেইপিনে অকণো ভ্ৰূক্ষেপ নকৰিবা। কাৰণ সেয়া হৈছে মৃত্যুৰ কৰ্ম-নিনাদ।"

ছাইকীৰ দুচকুত বৰষাৰ বান নামিল। তেওঁ উচুপিবলৈ ধৰিলে। "তোমাৰ প্ৰতি মোৰ মৰমৰ, একাগ্ৰতাৰ পৰিচয় দুনাই দিব লাগিব

জানো, সোণ? মোৰ জীৱন-পাত্ৰ উপচি পৰিছে,—তুমি পৰিপূৰ্ণ কৰিছা। পৃথিৱীৰ কোনো নাৰী সম্ভৱতঃ ইমান ভাগ্যৱতী নহয়, সোণ। মোৰ আত্মা সৰল। মোৰ আত্মা সুস্থ। তুমি মৰমেৰে পাৰ বান্ধি দিছা। মুহূৰ্তলৈকো সন্দেহ নকৰিবা। তুমি যদি সন্দেহ কৰা,—তাতকৈ মোৰ কাৰণে বেদনাদায়ক একো হব নোৱাৰে। মোৰ মাথোন এটা অনুৰোধ। এবাৰ পচোৱাক নিৰ্দেশ দিয়া। শেষবাৰৰ কাৰণে সিহঁতক মই এবাৰ চাই লওঁ। মোৰ এই এধানমান অনুৰোধ ৰাখিবা নে সোণ,—মাথোন এবাৰৰ বাবে? তোমাৰ এই দৈৱিক ৰূপ দৰ্শনৰপৰা মোক বঞ্চিত কৰিছা,—মোৰ কোনো আক্ষেপ নাই। কিন্তু তোমাৰ ওচৰত মোৰ এটা অনুৰোধ: তোমাৰ এই ওলমিপৰা ঘন চুলিকোঁচা,—যাৰ সুবাসে মোক উতলা কৰিছে, তোমাৰ এই সুশ্ৰী দেহ-ভঙ্গিমা,—যাৰ স্পৰ্শত মই উন্মাদ হৈছোঁ, তোমাৰ এই সু-বিস্তৃত বুকুখন,—য'ত মই নিতৌ নিশা জাহ গৈছোঁ, এই সকলোবোৰ তোমাৰ সন্তানৰ গাত প্ৰতিবিম্বিত হোৱাটো মই কামনা কৰোঁ। তোমাৰ সন্তানৰ, মোৰ সোণৰ পুতলিৰ মুখখনিত তোমাক পাবলৈ মই বিচাৰোঁ, সোণ। মোৰ কাৰণে সেয়ে যথেষ্ট।" স্বামীৰ পিঠিত হাতখন লাহে লাহে বুলাই দি ছাইকীয়ে কথাবোৰ অবাৰিতভাৱে কৈ গ'ল,—জল-তৰঙ্গহে যেন। ছাইকীৰ কথাৰ আজি অন্ত নাই।

ছাইকীজনীয়ে ইমান মৰম লগাকৈ কথাবোৰ কব পাৰে। এওঁৰ লগত স্বৰ্গ, মৰ্ত্য,—কোনো দেশৰ ললনাৰে তুলনা নাই। ছাইকীৰ স্বামী অভিভূত হ'ল। পত্নীৰ সকলো অনুৰোধ ৰক্ষা



কৰাৰ প্ৰতিশ্ৰুতি দি, শেষবাৰৰ কাৰণে মৰমতে জগাই তুলি, পুৱঁতীৰ পোহৰৰ লগে লগে দেৱ-তনয় আকৌ অন্তৰ্ধান হ'ল। ছাইকীৰ মনত আজি বিপুল আনন্দ। কাষতে যেন এটি দেৱ-শিশু টোপনিত লাল-কাল। ইমান ধুনীয়া। ইমান মৰম লগা। সি যেন সাৰ পাই তাৰ সৰু সৰু ভৰি দুখনিৰে মাকৰ বুকুত গুৰিয়াইছে। ছাইকী সাৰ পাই উঠিল,—উঠিয়েই একেবাৰে বাহিৰৰ উদ্যানখনলৈ ওলাই গ'ল। কেউপিনে সেউজীয়া। আকাশখন ৰঙচুৱা। পুৱঁতীৰ কোমল বতাহজাকে তেওঁক অস্থিৰ কৰি তুলিলে। এনেতে অকস্মাৎ কাণত পৰিল, কোনোবাই যেন কান্দিছে। শিশুৰ কান্দোন। ছাইকী লৰি আহিল,—"মোৰ বাছাধন" বুলি, শোৱাপাটীখনৰ কাষলৈ।........


ছাইকীৰ বায়েক দুগৰাকী আকৌ আহিল,—সেই পৰ্বতৰ শিখৰটোলৈ। আহিয়েই এক মুহূৰ্তও অপেক্ষা নকৰাকৈ সিহঁতে জাঁপ মাৰি দিলে। পচোৱাই ততালিকে মাজ-শূন্যতে সিহঁতক আঁকোৱালি লৈ সমতলভূমি পোৱালেহি। দুয়োজনী আহি ছাইকীৰ প্ৰাসাদৰ ভিতৰ সোমালহি। বাহিৰত ইমানবোৰ ফুল, সেউজীয়া ঘাঁহনি, বৰ বৰ গছবোৰ, সোণোৱালী লতাবোৰ, ৰূপোৱালী জুৰিটি,—একোৱেই সিহঁতৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সক্ষম নহ'ল। সিহঁত

পোনে পোনেই ভিতৰ সোমালহি। বুকুত প্ৰতিহিংসাৰ একুৰা জুই। আহিয়েই মৰমলগাকৈ ভনীয়েকক সাৱটি ধৰিলেহি। সিহঁতক পাই ছাইকীৰ মনৰ তলিত বিপুল আনন্দ জুই শিখা হৈ জঁপিয়াবলৈ ধৰিলে। নিশাৰ মাদকতাভৰা বাতৰিটো সিহঁতৰ আগত লাজ লাজকৈ ব্যক্ত কৰিলে। মনৰ কথা লুকাই থৈ সিহঁতেও সেই আনন্দ-মুখৰ কথাষাৰত অধীৰ হৈ পৰা যেন দেখুৱালে। আনহাতে মনৰ প্ৰতিহিংসাৰ জুই দপ্দপকৈ জ্বলি উঠিল,—সিহঁত নিঃসন্তান। পঙ্গু স্বামীৰপৰা সিহঁতে কোনো কালেই সন্তান আশা কৰিব নোৱাৰে।

দুপৰীয়া আহাৰ আদি শেষ কৰি বায়েক ভনীয়েক তিনিও জনীয়ে জুৰিটোৰ পাৰত গছ এজোপাৰ তলত জিৰণি লৈছে। তিনিওজনীৰ মাজতে নানা কথা। হাঁহি ধেমালিৰে পাৰ ভাঙি গৈছে। এই সুযোগতে তাতে এজনীয়ে ছাইকীক কবলৈ ধৰিলে: "শুন, ছাইকী, তোক কথা এটা কওঁ। তই এতিয়া আৰু সৰু ছোৱালীজনী হৈ থকা নাই। তই আজি সন্তানৰ মাতৃ হবলৈ ওলাইছ। আকাশৰ কাঁচি জোনটোৰ দৰে তোৰ গৰ্ভৰ সন্তান দিনে দিনে একলা দুকলাকৈ বাঢ়ি আহিব। তোৰ গৰ্ভত আমাৰ কাৰণে তই অফুৰন্ত আনন্দৰ বস্তু সাঁচি থৈছ। তাৰ যেতিয়া আবিৰ্ভাৱ হব, আমাৰ গোটেই ঘৰখনৰ কাৰণেই এপাহ পাৰিজাত ফুল ফুলি উঠিব। তাক তুলি-তালি ডাঙৰ কৰিবলৈ পালে আমাৰ যি মহা আনন্দ হব,—তই ছাগৈ এইবোৰ কথা কল্পনাকে কৰিব পৰা নাই। সি তোৰ স্বামীৰ বা তোৰো যদি ৰূপ লয়, তেন্তে ৰূপত



স্বয়ং কিউপিডকো পৰাজয় কৰিব পাৰিব,—সেই বিষয়ে সন্দেহ নাই।"

এনেদৰে মৰমৰ মাত-কথাৰে সিহঁত ক্ৰমাৎ ভনীয়েকৰ অন্তৰত সোমাই পৰিল। জুৰিটোৰ পাৰৰপৰা তিনিওজনী ঘৰৰ ভিতৰলৈ উলটি আহিল। এইবাৰ সঙ্গীত-উৎসৱৰ যোগাৰ হ'ল। বাদ্যযন্ত্ৰৰ সুৰৰ মূৰ্হনাত গোটেই ঘৰটো মুখৰতি হ'ল। আজি যে ছাইকীৰ মন উত্ৰাৱল। ইমান উলাহ। ইমান আনন্দ। "সি ৰূপত স্বয়ং কিউপিডকো পৰাজয় কৰিব",—এইষাৰ কথা বাৰে বাৰে ছাইকীৰ কাণত বাজিবলৈ ধৰিলে। চকুৰে কাকো নেদেখিলে যদিও সঙ্গীতৰ মূৰ্হনাত বায়েকহঁতৰ অন্তৰ নাচিবলৈ ধৰিলে। কিন্তু এই অভূতপূৰ্ব সঙ্গীতৰ ঊৰ্মিমালায়ো বায়েক-হঁতৰ অন্তৰৰ গোপন কোপানল নিৰ্বাপিত কৰিব নোৱাৰিলে। ঘিউ পাই জুই জ্বলা দি সঙ্গীতৰ মূৰ্হনাত সিহঁতৰ অন্তৰৰ প্ৰতিহিংসাৰ জুইকুৰা শত গুণে জ্বলি উঠিল। "তাইৰ ইমান সুখ। ইমান বিলাস। ইমান আনন্দ।" সিহঁতে মনতে গুঁজৰিবলৈ ধৰিলে।

সঙ্গীত ওৰ পৰিল। সিহঁতৰ আকৌ প্ৰশ্ন আৰম্ভ হ'ল,—মৰম-সনা প্ৰশ্ন। প্ৰশ্নবোৰ হ'ল ছাইকীৰ স্বামীক কেন্দ্ৰ কৰি,—সি দেখিবলৈ কেনেকুৱা? তাৰ পৰিয়ালৰ সামাজিক মৰ্যাদা কি ইত্যাদি নানা ধৰণৰ প্ৰশ্নই ছাইকীক ব্যাকুল কৰি তুলিলে। "ক'চোন, কেনেকুৱা?" ওপৰা-ওপৰি প্ৰশ্নৰ হেঁচাত ছাইকীয়ে আগেয়ে দিয়া স্বামীৰ বৰ্ণনাটো সম্পূৰ্ণৰূপে পাহৰি গ'ল। নতুনকৈ

পোনে পোনেই ভিতৰ সোমালহি। বুকুত প্ৰতিহিংসাৰ একুৰা জুই। আহিয়েই মৰমলগাকৈ ভনীয়েকক সাৱটি ধৰিলেহি। সিহঁতক পাই ছাইকীৰ মনৰ তলিত বিপুল আনন্দ জুই শিখা হৈ জঁপিয়াবলৈ ধৰিলে। নিশাৰ মাদকতাভৰা বাতৰিটো সিহঁতৰ আগত লাজ লাজকৈ ব্যক্ত কৰিলে। মনৰ কথা লুকাই থৈ সিহঁতেও সেই আনন্দ-মুখৰ কথাষাৰত অধীৰ হৈ পৰা যেন দেখুৱালে। আনহাতে মনৰ প্ৰতিহিংসাৰ জুই দপ্‌দপকৈ জ্বলি উঠিল,—সিহঁত নিঃসন্তান। পঙ্গু স্বামীৰপৰা সিহঁতে কোনো কালেই সন্তান আশা কৰিব নোৱাৰে।

দুপৰীয়া আহাৰ আদি শেষ কৰি বায়েক ভনীয়েক তিনিও জনীয়ে জুৰিটোৰ পাৰত গছ এজোপাৰ তলত জিৰণি লৈছে। তিনিওজনীৰ মাজতে নানা কথা। হাঁহি ধেমালিৰে পাৰ ভাঙি গৈছে। এই সুযোগতে তাতে এজনীয়ে ছাইকীক কবলৈ ধৰিলে: "শুন, ছাইকী, তোক কথা এটা কওঁ। তই এতিয়া আৰু সৰু ছোৱালীজনী হৈ থকা নাই। তই আজি সন্তানৰ মাতৃ হবলৈ ওলাইছ। আকাশৰ কাঁচি জোনটোৰ দৰে তোৰ গৰ্ভৰ সন্তান দিনে দিনে একলা দুকলাকৈ বাঢ়ি আহিব। তোৰ গৰ্ভত আমাৰ কাৰণে তই অফুৰন্ত আনন্দৰ বস্তু সাঁচি থৈছ। তাৰ যেতিয়া আবিৰ্ভাৱ হব, আমাৰ গোটেই ঘৰখনৰ কাৰণেই এপাহ পাৰিজাত ফুল ফুলি উঠিব। তাক তুলি-তালি ডাঙৰ কৰিবলৈ পালে আমাৰ যি মহা আনন্দ হব,—তই ছাগে এইবোৰ কথা কল্পনাকে কৰিব পৰা নাই। সি তোৰ স্বামীৰ বা তোৰো যদি ৰূপ লয়, তেন্তে ৰূপত



স্বয়ং কিউপিডকো পৰাজয় কৰিব পাৰিব,—সেই বিষয়ে সন্দেহ নাই।"

এনেদৰে মৰমৰ মাত-কথাৰে সিহঁত ক্ৰমাৎ ভনীয়েকৰ অন্তৰত সোমাই পৰিল। জুৰিটোৰ পাৰৰপৰা তিনিওজনী ঘৰৰ ভিতৰলৈ উলটি আহিল। এইবাৰ সঙ্গীত-উৎসৱৰ যোগাৰ হ'ল। বাদ্যযন্ত্ৰৰ সুৰৰ মূৰ্ছনাত গোটেই ঘৰটো মুখৰতি হ'ল। আজি যে ছাইকীৰ মন উত্ৰাৱল। ইমান উলাহ! ইমান আনন্দ! "সি ৰূপত স্বয়ং কিউপিডকো পৰাজয় কৰিব",—এইষাৰ কথা বাৰে বাৰে ছাইকীৰ কাণত বাজিবলৈ ধৰিলে। চকুৰে কাকো নেদেখিলে যদিও সঙ্গীতৰ মূৰ্ছনাত বায়েকহঁতৰ অন্তৰ নাচিবলৈ ধৰিলে। কিন্তু এই অভূতপূৰ্ব সঙ্গীতৰ ঊৰ্মিমালায়ো বায়েক-হঁতৰ অন্তৰৰ গোপন কোপানল নিৰ্বাপিত কৰিব নোৱাৰিলে। ঘিউ পাই জুই জ্বলা দি সঙ্গীতৰ মূৰ্ছনাত সিহঁতৰ অন্তৰৰ প্ৰতিহিংসাৰ জুইকুৰা শত গুণে জ্বলি উঠিল। "তাইৰ ইমান সুখ। ইমান বিলাস। ইমান আনন্দ।" সিহঁতে মনতে গুঁজৰিবলৈ ধৰিলে।

সঙ্গীত ওৰ পৰিল। সিহঁতৰ আকৌ প্ৰশ্ন আৰম্ভ হ'ল,—মৰম-সনা প্ৰশ্ন। প্ৰশ্নবোৰ হ'ল ছাইকীৰ স্বামীক কেন্দ্ৰ কৰি,—সি দেখিবলৈ কেনেকুৱা? তাৰ পৰিয়ালৰ সামাজিক মৰ্যাদা কি ইত্যাদি নানা ধৰণৰ প্ৰশ্নই ছাইকীক ব্যাকুল কৰি তুলিলে। "ক'চোন, কেনেকুৱা?" ওপৰা-ওপৰি প্ৰশ্নৰ হেঁচাত ছাইকীয়ে আগেয়ে দিয়া স্বামীৰ বৰ্ণনাটো সম্পূৰ্ণৰূপে পাহৰি গ'ল। নতুনকৈ

আকৌ সজাই-মেলি কলেঃ "মোৰ স্বামীৰ ঘৰ সৌ ওচৰৰ প্ৰদেশখনত। তেওঁ ব্যৱসায়-বাণিজ্য কৰে। দিনটো এই ব্যৱসায়-বাণিজ্যৰ কামত ব্যস্ত থাকে। মানুহজন সৰল, সুস্থ যদিও আদহীয়া। দুই এডাল চুলিত পক ধৰিছে। দেখিলে ভাল লাগে।" এই বুলি কৈ দুয়োজনী বায়েকৰ কোঁচ ধন-সোণেৰে ভৰাই দি পচোৱাক সিহঁতৰ পৰ্বতৰ শিখৰত আকৌ থৈ আহিবলৈ আদেশ দিলে।



বাটত আকৌ সিহঁতৰ কথা আৰম্ভ হ'ল। এজনীয়ে কলেঃ "চোৰা তাই আমাক কি এটা বিৰাট মিছা কথা কৈছে। সিদিনা তাই কৈছিল,—তাইৰ গিৰীয়েক এটা ডেকা ল'ৰা। দিনটো সি চিকাৰ কৰি কটায়। আৰু আজি কৈছে,—তাইৰ গিৰীয়েক এটা আদহীয়া মানুহ। তাৰ দুই এডাল চুলি পকিছে। সি ব্যৱসায়-বাণিজ্য কৰে। ইয়াৰপৰা তুমি কি বুজিছা? হয় তাই আমাক এটা দোৰ্ঘোৰ মিছা কথা কৈছে নাইবা আজিলৈকে তাই প্ৰকৃতপক্ষে তাইৰ স্বামীৰ মুখকে দেখা নাই। প্ৰকৃততে যদি দ্বিতীয়ষাৰ কথা সঁচা হয়,—তেন্তে আজি তাই কোনোবা দেৱ-তনয়ৰ পত্নী। এয়ে যদি সঁচা হয়, তেন্তে তাইৰ গৰ্ভত থিত লোৱা সন্তানটো নিশ্চয় দেৱ-শিশু হব। সি যদি কেনেবাকৈ দেৱ শিশু হব



লগা হয়, তই ঠিক জানিবি, মই আৰু এই পৃথিৱীত জীয়াই নাথাকোঁ। চিপজৰী লগাই আত্ম-হত্যা কৰিম। এতিয়া ঘৰলৈ যাওঁ ব'ল। মা-দেউতাক কিবা এটা ফাঁকি দিব লাগিব।"

গোটেই নিশাটো মানুহে কেনেকৈ নিদ্ৰাহীন অৱস্থাত কটায়, সেই দিনাখনহে সিহঁতে বুজিলে। চকুত টোপনি নাই। গোটেই নিশাটো ছাটিফুটি কৰি থাকোঁতেই পুৱাই গ'ল। বুকুত একুৰা জুই,—প্ৰতিহিংসাৰ জুই সাৱটি কোনেও কেতিয়াও নিদ্ৰা-সুখ অনুভৱ কৰিব নোৱাৰে। সিহঁতেও পৰা নাছিল। পিছ দিনা বিহান পুৱাই সিহঁত আকৌ পৰ্বতৰ টিঙ পালেগৈ। আগৰ দৰেই পচোৱাৰ সহায়ত ভনীয়েকৰ কাষ পালেগৈ। সিহঁতক পুৱাই পাই ছাইকীৰ অসীম আনন্দ। "ইয়াত থকা কেইটা দিন সদায় এনেকৈ আহি থাকিবা দেই। তেওঁ পুৱাই যায়গৈ। মোৰ যে গোটেই দিনটো ইমান অকলশৰীয়া, অকলশৰীয়া লাগে।"

বায়েকহঁতৰ চকুত কৃত্ৰিম চকুপানী। সিহঁতে চকু মোহাৰি মোহাৰি ভনীয়েকক কবলৈ ধৰিলেঃ "শুন। তোক এটা কথা কওঁ। তই নিজৰ বিপদৰ বিষয়ে অকণো সজাগ নহৱ। ভাবিলে আমাৰ দুখ লাগে। সজাগ নহৱঁ কাৰণেই তই ইমান আপোনপাহৰা হৈ দিন কটাব পাৰিছ। তোৰ বিপদৰ কথা ভাবি ভাবি আমি উজাগৰে নিশা কটাব লগাত পৰিছোঁ। কালি নিশা চকুৰ তিলমানো টোপনি নাই। গোটেই নিশাটো ছাটিফুটিকৈ কটালোঁ। ইতিমধ্যে আমি বহুত কথাৰ সন্তেদ পাইছোঁ। সন্তেদ পাইছোঁ কাৰণেই আমি আকৌ তোৰ ওচৰলৈ

আহিছোঁ,—তোক সতর্ক কৰি দিবলৈ। নিশা যে তোৰ স্বামী আহে,—সেয়া দেৱতাও নহয়, মানুহো নহয়। আমি খবৰ পাইছোঁ সেয়া এটা হেজাৰ মুখী সৰ্পহে। তাৰ জিভাৰ আগত বিষাক্ত বাষ্প। এপ'লোৰ ভবিষ্যত বাণী তোৰ মনত নাই জানো,—তই যে এটা ভয়ঙ্কৰ অ-মানুহৰ পত্নী হবি? চহৰৰ বহুত মানুহেই তাৰ সেই ভয়ঙ্কৰ ৰূপটো দেখিছে। চহৰৰ জলাশয়ৰ মাছমৰীয়া মানুহবোৰে আমাক তাৰ কথা কৈছে। এই সকলোবোৰ জানি শুনি তোক আমি সতৰ্ক কৰি দিবলৈ আহিছোঁ। তোক উপভোগ কৰি তৃপ্ত হোৱাৰ পিছত এদিন তোৰ গৰ্ভৰ সন্তানটোৰে সৈতে মানুহজনী সি গিলি পেলাব। গতিকেই সময় থাকোঁতেই তাৰ এটা সিদ্ধান্তত উপনীত হোৱাটো উচিত হব। তই এই কদাকাৰ জন্তুটোৰ আহাৰৰ সামগ্ৰী হবলৈ বিচাৰ নে,—আমাৰ লগতে আঁতৰি পলাবলৈ ইচ্ছা কৰ, সোনকালে এটা মীমাংসাত উপনীত হ। নহলে ৰক্ষা নাই। তই আজি এই নিৰ্জন সঙ্গীতৰ সুৰ-লহৰৰ মতলীয়া। এটা কদাকাৰ জন্তুৰ বাহু-বন্ধনত আন-মনা হৈ নিজৰ কল্যাণৰ কথা সকলো পাহৰি গৈছ। তই যদি স্বইচ্ছাৰে মৃত্যুৰ আলিঙ্গন কৰিব খুজিছ, তেন্তে কোনো কথা নাই। আমি আমাৰ কৰ্তব্যহে কৰিছোঁ। কি সিদ্ধান্ত কৰ,—সেই দায়িত্ব তোৰ।"

বেচেৰী ছাইকীৰ মুখখন শুকাই চুমৈ যেন হ'ল। মুখৰ ৰং শেঁতা পৰি নোহোৱা হ'ল। বুকুখন ঢুকু ঢুকুকৈ কঁপিবলৈ ধৰিলে। ভয়, আশঙ্কাত ছাইকী বিহ্বল হৈ পৰিল। চাৰিউপিনৰ পৃথিৱীখন যেন চকুৰ আগতে ঘূৰিবলৈ লৈছে। ছাইকীৰ সকলো



কথা বিস্মৃত হৈ গ'ল,—স্বামীৰ মৰমৰ কথা, স্বামীৰ প্ৰতি প্ৰতিশ্ৰুতিৰ কথা, স্বামীৰ অপৰূপ অৱদান গৰ্ভৰ সন্তানটোৰ কথা। এটা কঁপি থকা ভীতি-দুৰ্বল মাতেৰে তেওঁ কবলৈ ধৰিলে: তোমালোকে মোক সঁচা কথাই কৈছা। ইয়াত লেশমানো ভুল নাই। আজি মোৰ গৰ্ভত সন্তান,—কিন্তু আজিলৈকে মই মোৰ স্বামীৰ মুখ দেখা নাই। তেওঁৰ আগমন মুহূৰ্তৰো আগতীয়াকৈ কোনো সঁহাৰি নাপাওঁ। মাথোন নিশাৰ অন্তৰালত এটা মধুৰ কণ্ঠস্বৰ শুনিবলৈ পাওঁ,—বৰ মাদকতাপূৰ্ণ। এনে এজন অচিনাকি স্বামীৰ আলিঙ্গনত নিতৌ মই বিভোৰ হৈ যাওঁ। মোৰ স্বামী এন্ধাৰৰ। পোহৰৰ নহয়। পোহৰ তেওঁ সহ্য কৰিব নোৱাৰে। তোমালোকে যে কৈছা,—সেইটো এটা ভয়ঙ্কৰ জন্তু, কথাষাৰত মই পতিয়ন গৈছোঁ। নহলে পোহৰত যেতিয়া তেওঁক মই চাবলৈ বিচাৰোঁ, তেওঁ বাৰু কিয় এনেকৈ বাধা দিয়ে? আজিহে সকলো কথা মই উপলব্ধি কৰিছোঁ। মোক এতিয়া এটা উপায় দিয়া—ৰক্ষা পৰাৰ উপায়।"

ছাইকীৰ মনৰ দুৰ্বল অৱস্থাৰ বুজ পাই, অন্তৰ সিহঁতৰ নাচিবলৈ ধৰিলে। সিহঁতৰ অভিযানৰ এয়া প্ৰথম খোজ। এই প্ৰথম খোজতেই কৃতকাৰ্য হোৱা দেখি সিহঁত আনন্দত অধীৰ হৈ পৰিল। মনৰ এই অভূতপূৰ্ব আনন্দৰ কিন্তু কোনো বহিঃপ্ৰকাশ নিদিলে, —সযত্নে সকলো উল্লাস ঢাকি ৰাখিলে। এতিয়া ষড়যন্ত্ৰৰ বাস্তৱ ৰূপ দিয়াৰ সময়। মৌনতা ভঙ্গ কৰি এজনীয়ে মাত মাতি উঠিল: "তোক আমি এই বিপদৰপৰা ৰক্ষা কৰিবই লাগিব। নহলে আমাৰ ৰৌ ৰৌ নৰকত ঠাই হব। গতিকে আমি

আগতীয়াকৈ উপায় এটা ভাবি থৈছোঁ। শুন। ল', এই খুৰখন ল'! মিছাতে ভয় খাইছ কিয় ? ল', চোকা খুৰ। প্ৰয়োজন হলে এইদৰে তোৰ হাতৰ তলুৱাত আকৌ এবাৰ ধৰাই লবি। শোৱাপাটীৰ ওচৰত, হাত দিলেই চুকি পোৱাকৈ এটা বন্তি জ্বলাই থবি। বন্তিটো কিবা এটা পাত্ৰেৰে সাৱধানেৰে ঢাকি থবি। তোৰ ভঁৰালত কেইবাটাও ৰূপৰ বন্তি আছে। সিদিনা আমি দেখিছোঁ। তাৰে এটা জ্বলাবি। এই সকলোবোৰ কাম যিমান নিয়াৰিকৈ পাৰ, সিমান নিয়াৰিকৈ কৰিবি। অলপ ভুল হলেই তোৰ মৃত্যু অনিবাৰ্য,—অকল তোৰেই নহয়, তোৰ গৰ্ভৰ সন্তান-টোৰো। উপভোগৰ অন্তত, সি যেতিয়ালৈকে ভাগৰি-জুগৰি টোপনিত লালকাল নিদিয়ে, তেতিয়ালৈকে তই যিমান পাৰ সাৱধানে থাকিবি। তাৰ পিছত হাতত সাৰে ভৰিত সাৰে উঠি বন্তিটোৰ ঢাকনিখন আঁতৰাই দিবি। পোহৰত চাই চিতি সকলোবোৰ বুজি লৈ চৰম মুহূৰ্তৰ কাৰণে প্ৰস্তুত হবি। অকণো দুৰ্বলতাক ঠাই নিদিবি। তাৰ পিছত খুৰখন উলিয়াই লৈ বলেৰে ডিঙিত ৰেপ দিবি। তেজ দেখি অকণো বিচলিত নহবি। সকলো শেষ হৈ যাব। আমি আহিম। তোক ইয়াৰপৰা আঁতৰাই লৈ যামহি। তোৰ সকলো ধন-সম্পত্তি লৈ আমাৰ লগত ওলাবি। ইতিমধ্যে আমি এটা ধুনীয়া ডেকা ল'ৰা চাই থৈছোঁ। তাৰ লগত ধুমধামকৈ তোৰ বিয়া পাতিম। চিন্তা নকৰিবি। সকলো দিহা আমি কৰি থৈছোঁ।"

এইদৰে গোপন মন্ত্ৰনাৰে ছাইকীৰ অন্তৰ সিহঁতে জ্বলাই তুলিলে। অৱশেষত নিজৰ ষড়যন্ত্ৰই নিজক ব্যাকুল কৰি তুলিলে ;—কিবা





প্ৰলোভন

এটা কদাকাৰ ৰূপ যেন সিহঁতৰ চকুৰ আগত উপস্থিত। দেখিলেই বুকুৰ হাড়লৈকে কঁপনি উঠে। তাৰপৰা পলাই কেনেকৈ অব্যাহতি পাব পাৰি,—এয়ে হ'ল সিহঁতৰ এতিয়া একমাত্ৰ চিন্তা। মনটোৱে যেন সজাৰ পখীৰ দৰে বুকুৰ মাজত খুন্দিৱাবলৈ ধৰিলে, —"আঁতৰ। আঁতৰ। সোনকালে আঁতৰি পৰ।" পচোৱা আহিল। ছাইকীৰপৰা বিদায় লৈ তৎক্ষণাৎ সিহঁত পৰ্বতৰ শিখৰ পালেগৈ। তাতো সৰহ সময় নাথাকিল। বন্দৰত সিহঁতৰ কাৰণে জাহাজ ৰৈ আছিল। অলপো সময় নষ্ট নকৰাকৈ সিহঁতে জাহাজত পাৰি দিলে,—স্বামী-গৃহলৈ বুলি।

বায়েকহঁত গ'ল। ছাইকী এতিয়া একেবাৰে অকলশৰীয়া। মনটোত এক বিৰাট সংঘাত। এপিনে কেঁচা তেজৰ স্বপ্ন। আনপিনে উত্তপ্ত মৰমৰ। এপিনে অব্যাহতিৰ চিন্তা। আনপিনে কাৰোবাৰ আলিঙ্গনত ভাগি-ছিগি চূৰমাৰ হোৱাৰ উন্মাদনা। ছাইকীৰ মনত সাগৰৰ কল্লোল। "নহয়, কামটো কৰিবই লাগিব। সংকল্পৰপৰা মই কেতিয়াও বিচলিত নহওঁ।" তথাপি নানা ধৰণৰ ভাবাবেগে ছাইকীক জুমুৰি দি ধৰিলেহি। মনে বুজনি নামানে। কোনো পৰিত্ৰাণ নাই। অচিনাকি তেওঁৰ স্বামীলৈ মৰম উপজিল,—ইমান ভাল, ইমান সুন্দৰ। আবেশত ছাইকীয়ে চকু দুটা মুদি দিলে। পিছ মুহূৰ্ততে আকৌ ভাৱ হ'ল,—নহয়, নহয়, স্বামীৰ এই কৰুণ-কোমল স্পৰ্শৰ, মৰমৰ সম্বোধনৰ অন্তৰালত লুকাই আছে বিৰাট এটা পশু। জিভাত বিষাক্ত বাষ্প। ভবিৰ আঙুলিৰপৰা মূৰৰ চুলিলৈকে নিজৰ দেহাটো তেওঁ এবাৰ স্পৰ্শ কৰি চালে,—লাগি থকা বিষাক্ত

বাস্পৰ আশঙ্কাত। অপৰিচিত স্বামীৰ প্ৰতি মৰম আৰু অজানিত পশুটোৰ প্ৰতি ছাইকীৰ ঘৃণা উপজিল। পশুৰ কৱলৰপৰা পৰিত্ৰাণ পাবই লাগিব। ৰক্ষা নাই। ছাইকীৰ এই দেৱতা-বাঞ্ছিত দেহ-সুষমা পশুৰ উপভোগৰ বস্তু হব নোৱাৰে। কোনো কালেই নোৱাৰে।

সাজ লাগিল। প্ৰাসাদ আগুৰি থকা চাৰিউকাষৰ জড়-জগত নিশাৰ উপকণ্ঠত উপনীত। বায়েকহঁতৰ নিৰ্দেশ মতে ছাইকী তৎপৰ হৈ পৰিল। আজি ছাইকীৰ বাবে মুক্তি নিশা। ইমান দিনে আৱদ্ধ হৈ থকা সজাৰ পখীটিৰ আকাশত মুক্ত বিচৰণৰ দিন। মুক্তি, মুক্তি,—কেউপিনে মনৰ মনি-কোঠাত মুক্তিৰ ধ্বনি মুখৰিত হ'ল। ইতিমধ্যে সকলোবোৰ যোগাৰ হৈ গৈছে। পাটীৰ কাষতে ঢাকি থোৱা অৱস্থাত বন্তিটো। নিজম নিশা। দূৰণিত কেতিয়াও নুশুনা এটা পখীৰ মাত,--ফেঁচাৰ কুকুলি। অজানিত এটা আশঙ্কাত ছাইকীৰ বুকুৰ কামি হাঁড়বোৰ কঁপি উঠিছে।

গোটেই দিনটোৰ উত্তেজনাত ক্লান্ত ছাইকী পাটীত পৰাৰ লগে লগে টোপনিত লালকাল দিলে। কিহবাই যেন চকু দুটা হেঁচা মাৰি ধৰিছে, একো কব নোৱাৰে। গহীন নিশা। এনেতে "সোণ, সোণ" বুলি কোনোবাই মতা শুনি তেওঁ চঁক্ খাই উঠিল। এয়া তেওঁৰ স্বামী। নিতো অহাদি মাজনিশা আহি পত্নীক বুকুত সাৱটি লৈছে। "মই আহিছোঁ নহয়, সোণ। তোমাৰ খং উঠিছে ?"



প্ৰতি দিনৰ দৰেই ছাইকীক তেওঁ মৰমৰে ওপচাই দিলে। এবাৰ গৰ্ভথলীত কাণখন থৈ কলে ঃ "তোমাৰ অন্তৰথলীৰ পোণাকণে কিবা কয় নেকি শুনো দেই।" ছাইকী অভিভূত হৈ গ'ল। এনে সুন্দৰকৈ এওঁ মৰম কৰিব জানে। মনৰ মাজত আকৌ সংগ্ৰামৰ সৃষ্টি হ'ল। এফালে মৰম। আনফালে সংকল্প। মনৰ এই অস্থিৰতা কেনেবাকৈ অজানিতে প্ৰকাশ পায় বুলি লুকাই থবলৈ তেওঁ যত্ন কৰিলে। "নহয়, নহয়,—পশুৰ লগত মানুহৰ প্ৰণয় হব নোৱাৰে। এই ভালপোৱা মাথোন ছলনা। মোক ই গ্ৰাস কৰিব। লগতে মোৰ গৰ্ভৰ সন্তানটোকো। মই মোৰ সংকল্প পালন কৰিবই লাগিব,—নহলে বাইদেউহঁতে কি বুলিব ? সৰ্পৰ ছলনাত সমগ্ৰ মানৱজাতি পৰাভূত হৈছে। এই হেজাৰমুখী সৰ্পৰ ছলনাত মই নিজকে পৰাভূত হবলৈ আৰু নিদিওঁ। এই সংকল্প কাৰ্যত মই পৰিণত কৰিবই লাগিব।"

নিশা ক্ৰমাৎ গভীৰ হৈ আহিল। মৰমৰে ওপচাই দি ছাইকীৰ স্বামী টোপনিত লালকাল দিলে। ছাইকী তেতিয়াও শোৱা নাই। এবাৰ খুৰখনত হাত বুলাই চালে। তাৰ পিছত নিঃশব্দে উঠি বন্তিটোৰ ঢাকনিখন আঁতৰাই হাতত তুলি ললে। ইপিনে তেওঁৰ স্বামী গভীৰ নিদ্ৰাত। ছাইকীৰ এহাতে বন্তিটো। আনহাতে খুৰখন। এটা অদম্য সাহসে নাৰী অন্তৰৰ সহজাত দুৰ্বলতা আঁতৰাই পেলালে। বন্তিটো হাতত তুলি লৈ, কাষ চাপি আহি ছাইকী স্তম্ভিত হৈ গ'ল। এয়াতো এটা কদাকাৰ পশু নহয়। ইমান উপচি পৰা সৌন্দৰ্য। ইমান মনোহৰ।

ইমান মধুৰ। স্বয়ং কিউপিড। পশু নহয়। মানুহ নহয়। স্বয়ং দেৱতা। আন কি হাতৰ বন্তিটোও যেন এই সৌন্দৰ্যত মোহিত হৈ দুগুণ উৎসাহেৰে জ্বলি উঠিছে।

ছাইকীৰ বুকুত কঁপনি উঠিল। নিজৰ এই কুৎসিত দুৰভিসন্ধিৰ কাৰণে মন বিষাদ-মলিন হৈ পৰিল। ছিঃ, তাই ইমান অসৎ। ইমান অকৃতজ্ঞ। তাইৰ জীৱন বৃথা। এইদৰে নিজকে নিজে তিৰস্কাৰ কৰিবলৈ ধৰিলে। অৱশেষত ছাইকী অধৈৰ্য হৈ গ'ল। তন্ময় হৈ পৰিল। ওচৰতে আঠুকাঢ়ি বহি পৰিল। এই অপাৰ্থিৱ দেহ-সুষমা তেওঁ বাৰে বাৰে নিৰীক্ষণ কৰিবলৈ ধৰিলে,—ইমান সুন্দৰ এখন মুখ। ইমান সুন্দৰ এটি দেহ। ইমান ধুনীয়া একোঁচা চুলি, কেউপিনে অসংযতভাৱে ওলমি পৰি মুখখন যে কি মোহনীয় কৰি তুলিছে। এই দুখন ৰঙচুৱা গাল। পদুম পাহিৰ দৰে কোমল। এই জ্যোতিৰ সমুখত আন কি বন্তিৰ জ্যোতিও নিষ্প্ৰভ হৈ গৈছে। ওচৰতে তূণ আৰু কাঁড়। কিমান সুন্দৰ। বাহিৰৰ বতাহৰ মৃদু স্পৰ্শত কাঁড়ৰ আগৰ পাখিবোৰে নাচোন তুলিছে। ইমান মনোহৰ। ছাইকীয়ে তূণ আৰু কাঁড় হাতত তুলি ললে,—এয়া যে তেওঁৰ স্বামীৰ বস্তু। ছাইকীৰ অতৃপ্ত অন্তৰ আৰু অতৃপ্ত হৈ উঠিল। কিমানবাৰ চাইছে সেই মুখখনলৈ,—কিন্তু মন যে তথাপিও অতৃপ্ত। অকস্মাৎ কব নোৱাৰাকৈয়ে কাঁড়ৰ আগৰ জোঙাডোখৰ লাগি তেওঁৰ আঙুলিৰ তেজ বিৰিঙি উঠিল। দুখ পালে ছাইকীয়ে। কিন্তু এই দুখতেইতো সুখ,—সকলো তৃপ্তি। ছাইকী উন্মাদ হৈ উঠিল। কব নোৱাৰাকৈয়ে সাৱটি ধৰি নিদ্ৰামগ্ন স্বামীক বাৰে বাৰে চুমাৰে ওপচাই দিলে। তেওঁৰ সৰ্বদেহত চুমাৰ সাগৰ ৰচনা কৰিলে। ইমান তপত ছাইকীৰ চুমাবোৰ,—ইমান উত্তাপসনা ওঁঠ দুটা। মৰমত ছাইকীৰ মৰি যাওঁ মৰি যাওঁ যেন লাগিল। সাৰ পায় বুলি ভয় খাইছিল,—তথাপি মনে যে অকণো বাধা নামানে। মৰমৰ যেন অন্ত নাই। ছাইকীৰ প্ৰাণে যেন তৃপ্তি কি নুবুজে।



তেওঁ বন্তিটো তুলি ললে,—শেষবাৰৰ কাৰণে আকৌ এবাৰ দেৱ-দুৰ্লভ এই মুখশ্ৰী চাই লওঁ বুলি। বন্তিৰ পোহৰত উদভাসিত নিদ্ৰামগ্ন স্বামীৰ ওঁঠ দুটা দেখি ছাইকী অস্থিৰ হৈ গ'ল। ইমান বহল এখন বুকু। বুকুত মূৰ থৈ এহাতে বন্তিটো তুলি লৈ ছাইকীয়ে নিৰীক্ষণ কৰিবলৈ ধৰিলে,—নিজৰ মুখখন লাহে লাহে স্বামীৰ ওঁঠ দুটাৰ ফালে আগবঢ়াই নিলে, এনেতে হাতৰ বন্তিটো কঁপি উঠি অকস্মাৎ কেইটোপামান তপত তেল শুই থকা স্বামীৰ সোঁ বাহুত পৰিল। কিউপিড চঁকখাই সাৰপাই উঠিল। এইদৰে বন্তিৰ পোহৰত নিজকে প্ৰকাশ পোৱা দেখি কিউপিড বিচলিত হৈ পৰিল। এক মুহূৰ্তও তেওঁ নৰল। বুকুত সাৱটি থকা ছাইকীৰ বাহু-বন্ধনৰপৰা নিজকে আঁতৰাই আনিলে। মুখেৰে আন কি এটা শব্দও উচ্চাৰণ নকৰিলে। পাটীৰপৰা উঠি পৰিল। ছাইকীয়ে লৰালৰিকৈ স্বামীৰ সোঁ ভৰিটো বুকুত সাৱটি ধৰিলে। কিউপিডৰ সেইপিনে দৃষ্টি নাই। তৎক্ষণাৎ তেওঁ আকাশলৈ উৰা মাৰিলে। ছাইকী অৱশ হৈ মাটিত পৰি ৰ'ল।

অলপ পিছতেই চাইপ্ৰেছ গছ এজোপাৰ ওপৰৰপৰা কিউপিডৰ

কণ্ঠস্বৰ শুনা গ'ল। গভীৰ বেদনাসিক্ত কণ্ঠস্বৰঃ "ছাইকী, মোৰ শাস্তি উপযুক্ত হৈছে। মই মাতৃ আদেশ লঙ্ঘন কৰিছোঁ। মাতৃ ভেনাছে আদেশ দিছিল,—তোমাৰ অন্তৰত অতি কুৎসিত পঙ্গু মানুহ এটাৰ প্ৰতি প্ৰণয়-বহ্নি জ্বলাই তুলি তোমাৰ ধ্বংসৰ পথ ৰচনা কৰিবলৈ। মই তাকেই নকৰিলোঁ। তোমাৰ কাৰণে মই সৃষ্টিৰ পথ ৰচনা কৰিলোঁ। মোৰ নিজৰ অন্তৰত তোমাৰ কাৰণে প্ৰণয়-বহ্নি জ্বলাই তুলিলোঁ। হিয়া উবুৰিয়াই তোমাক প্ৰণয় যাঁচিলোঁ। মোৰ বুকুৰ পাত্ৰ উচলি পৰিল। এই খিনিতেই মোৰ ভুল হৈ গ'ল। আজিহে মোৰ উপলব্ধি হৈছে। মই তোমাক মৰম দিলোঁ,—নিৰ্মল, বিশুদ্ধ মৰম। আৰু তুমিয়েই মোক এটা হিংস্ৰ জন্তু বুলি সন্দেহ কৰিলা,—এটা হেজাৰমুখী সাপ বুলি। মোৰ বিপক্ষে অতি জঘন্য ষড়যন্ত্ৰত তুমি লিপ্ত হলা। বায়েৰা দুজনীৰ কথাত পতিয়ন গৈ তুমি মোক হত্যা কৰিবলৈ উদ্যত হলা। তোমাক কতবাৰ মই সতৰ্ক কৰি দিছিলোঁ,—এই পিশাচিনী তোমাৰ বায়েৰা দুজনীৰ কৱলত নপৰিবলৈ। তুমি মোৰ সাৱধান বাণী অগ্ৰাহ্য কৰিলা। আৰু তাৰেই প্ৰতিদান আমাৰ আজিৰ এই বিচ্ছেদ। ছাইকী, এখন বেদনা-ক্লিষ্ট অন্তৰ লৈ মই তোমাৰপৰা আঁতৰি আহিছোঁ। বিদায়, ছাইকী।" এই বুলি কিউপিডে আকাশলৈ গতি কৰিলে।

আকাশত চকুৰে কিউপিডক নমনালৈকে ছাইকী উন্মাদৰ দৰে পাছে পাছে লৰি গ'ল। ক্ৰমাৎ একেবাৰে ডাৱৰৰ মাজত যেতিয়া চৰাই এটাতকৈ সৰু হৈ নোহোৱা হৈ গ'ল, ছাইকীৰ



অন্তৰ বিষাদত ভাগি-ছিগি চূৰমাৰ হৈ গ'ল। উপায় নাই। সমুখত এখন ফেনে ফোটোকাৰে ওফন্দি পৰা নৈ। বাট চাবলৈ আৰু সময় নাই। এনে করুণ বিচ্ছেদতকৈ মৃত্যুও শত গুণে শ্ৰেয়। "মৃত্যু, মৃত্যু, তুমি মোৰ ধ্ৰুব সখা",—এই বুলি ছাইকী নৈখনৰ বুকুত জঁপিয়াই পৰিল। এনে এজনী সুন্দৰী যুৱতী বুকুত পাই জল-কুঁৱৰীৰ মৰম লাগিল,—আলফুলকৈ ছাইকীক জল-কুঁৱৰীয়ে বুকুত সাৱটি ললে। উটুৱাই নি বহুত দূৰৰ ফুলনি এখনত শুৱাই দিলেগৈ,—শ্ৰান্ত, ক্লান্ত এই ছোৱালীজনীক। সেই ঠাইতে তেতিয়া বন-দেৱতা পেন আৰু বন-কুঁৱৰী ইক', প্ৰতিধ্বনি প্ৰণয়-মগ্ন অৱস্থাত আছিল। প্ৰণয়ৰ জোৱাৰ উঠিছে। পেনে প্ৰতিধ্বনিক সুৰ শিকাইছে,—কেনেকৈ গিৰি, গুহা, গহ্বৰত সুৰৰ ধ্বনি তুলিব লাগে, সেই শিক্ষাত তেওঁলোক মগ্ন। ওচৰতে কিছুমান বনৰীয়া ছাগলী নৈৰ পাৰৰ কোমল ঘাঁহ খোৱাত ব্যস্ত। অকস্মাৎ তেওঁলোকৰ চকুত পৰিল,—ছাইকী। বিষাদ-মলিনা, ক্লান্ত। কোনো কথাই বুজিবলৈ বন-দেৱতা পেনৰ বাকী নাথাকিল। দিব্য দৃষ্টিৰে তেওঁ সকলো দেখিছে, বুজিছে। ছাইকীৰ তেওঁ কাষ চাপি আহি মৰমৰ মাতেৰে এটা এটাকৈ কবলৈ ধৰিলে: "সুন্দৰী, মই এটা সাধাৰণ পশু পালকহে। কিন্তু জীৱনৰ পুঞ্জীভূত অভিজ্ঞতাই মোক বহুত কথাকে শিকাইছে। তোমাৰ ক্লান্ত, বিষাদ-মলিন চকু দুটা, বেদনাদায়ক চাৱনি দেখি মই বুজিছোঁ,—তুমি গভীৰভাৱে প্ৰণয়-আসক্তা। মোৰ কথা শুনা। অযথা আত্মহত্যা কৰিবলৈ যত্ন নকৰিবা। নীৰৱে কিউপিডক মিনতি জনোৱা,—কাতৰ মিনতি। তেওঁৰ অন্তৰ শিশুতকৈও কোমল। তোমাৰ প্ৰাৰ্থনা তেওঁ শুনিব।"



ইকী মৌন এটা শিলৰ মূৰ্তিৰ দৰে থিয় হৈ থাকিল। এই সদুপদেশৰ কাৰণে পেন দেৱতাৰ প্ৰতি কৃতজ্ঞতাত তেওঁৰ অন্তৰ উপচি পৰিল। মনতে আশাৰ সঞ্চাৰ হ'ল। কিউপিডৰ অন্তৰখন অতিশয় কোমল,—তেওঁৰ কাতৰ মিনতিয়ে অন্তৰ নিশ্চয় স্পৰ্শ কৰিব পাৰিব। তাত সময় নষ্ট নকৰি ছাইকীয়ে আকৌ বাট বুলিবলৈ ললে। দুৰ্গম পথ। নানা বাধা বিঘিনি। সকলো অতিক্ৰম কৰি বিষাদ-মলিনা ছাইকী আগবাঢ়ি গ'ল,—স্বামীক উদ্ধাৰ কৰিবই লাগিব। তেওঁলোকৰ মৰমক আকৌ জীয়াই তুলিবই লাগিব। লক্ষ্যহীন গতি পথ। তেতিয়া সন্ধিয়া,—জীৱনৰ জহি পৰা সন্ধ্যাবোৰ এটা এটাকৈ তেওঁৰ স্মৃতিত সজাগ হৈ উঠিল। সেইবোৰ জীৱন্ত সন্ধ্যা,—প্ৰাণৰ উম পাই সজীৱ হোৱা সন্ধ্যা। আৰু আজিৰ এই সন্ধিয়া,—এটা ব্যৰ্থ, বিফল সন্ধিয়া। এনেতে কব নোৱাৰাকৈ সন্ধ্যাৰ লগে লগে বায়েক এগৰাকীৰ চহৰত আহি ছাইকী উপনীত হ'ল। কথাষাৰ জানি তেওঁ বায়েকলৈ সংবাদ পঠালে। ৰাজ-প্ৰাসাদত দুয়োৰো মিলন হ'ল। ছাইকীক অকস্মাৎ সমুখত দেখি বায়েক আচৰিত হ'ল। সকলো কথা আঁতিগুৰি মাৰি সুধিলে। ছাইকীয়ে কলে ঃ "তোমাৰ মনত আছে নে বাইদেউ,—তোমালোকে যে মোৰ স্বামী এটা ভয়ঙ্কৰ পশু বুলি কৈ শিৰচ্ছেদ কৰিবলৈ উপদেশ দিছিলা ? কিন্তু আচলতে বন্তিগছি তুলি ধৰি যেতিয়া চাওঁ,—সেয়া পশুৰ মুখ-দৰ্শন নহয়। মই আচৰিত হৈ



গৈছিলোঁ,—কি মোহনীয় দৃশ্য। জীৱনত নেদেখা দৃশ্য। সেই জন পশু নহয়, হেজাৰমুখী সৰ্পও নহয়। স্বয়ং ভেনাছৰ সন্তান কিউপিড। এক মুহূৰ্তৰ পিছতেই মোৰ ভাগ্য বিপৰ্যয় ঘটিল। অকস্মাৎ বন্তিৰপৰা কেইটোপামান তপত তেল তেওঁৰ বাহুত পৰিল। এয়া মোৰ অসাৱধনাতাৰ কাৰণে,—মই যে একেবাৰে আত্মহাৰা হৈ গৈছিলোঁ। তেওঁ চঁকখাই উঠিল। মোৰ হাতত জুই আৰু অস্ত্ৰ দেখি তেওঁ চিঞৰি উঠিল,—মোৰপৰা এই মাত্ৰই আঁতৰ হোৱা। আজিৰপৰা তুমি আৰু মোৰ নোহোৱা। ঠিক কৰিছোঁ তোমাৰ বায়েৰাক মই পত্নী স্বৰূপে গ্ৰহণ কৰিম। এই বুলি তেওঁ বাৰে বাৰে তোমাৰ নাম উচ্চাৰণ কৰিবলৈ ধৰিলে। অৱশেষত পচোৱাক মাতি মোক উৰাই লৈ আহিবলৈ আদেশ দিলে। এটা বেদনা-ক্লিষ্ট মন লৈ আজি মই অনাই-বনাই ফুৰিছোঁ।"

কথাষাৰ শুনি বায়েকৰ অন্তৰত কামনাৰ ঢৌ বাগৰিল। তেওঁ থিৰেৰে থকাটো অসম্ভৱ হৈ পৰিল। অন্তৰৰ সকলো উত্তেজনা লুকাই থৈ পঙ্গু স্বামীৰ কাষ চাপিল,—এষাৰ মিছা কথাৰ আশ্ৰয় ললে। এই মাত্ৰ খবৰ পাইছে, তেওঁৰ পিতৃ-মাতৃ উভয়ৰে আকস্মিক মৃত্যু ঘটিছে। যাব লাগে। এই বুলি সাজি-কাচি, নানা আ-অলঙ্কাৰেৰে বিভূষিতা হৈ তেওঁ জাহাজত উঠি পাৰি দিলে। বন্দৰত জাহাজ থৈ মনত অনুভূতিৰ হিল্লোল তুলি লৈ সেই পৰ্বতৰ শিখৰটো পালেহি। কামনা-অন্ধ তেওঁৰ গাভৰু মনটোৱে চিঞৰিবলৈ ধৰিলে ঃ "প্ৰণয়ৰ প্ৰতিমূৰ্তি পিউপিড, তোমাৰ উপযুক্ত সহধৰ্মিনীক গ্ৰহণ কৰা। এয়া তোমাৰ কাৰণে

মই ইয়াতেই অপেক্ষাৰতা। পচোৱা, মোক স্বামীৰ ওচৰলৈ লৈ বলা।” এই বুলি তেওঁ সেই সু-উচ্চ পৰ্বতৰ শিখৰটোৰপৰা চকুৰে নমনা নামনিৰ উপত্যকাখনলৈ জঁাপ মাৰি দিলে। পচোৱা নাই। পৰ্বতৰ ইটো শিলৰপৰা সিটো শিলত ঠেকা খাই মানুহজনী ডোখৰ ডোখৰ হ'ল। মৃত্যুৱেও তেওঁক সেই ঠাইলৈ, স্বপ্নময় ভবিষ্যতৰ বুকুলৈ লৈ যাব নোৱাৰিলে।

ইয়াৰ পিছত ছাইকী অনাই-বনাই ইজনী বায়েকৰ ৰাজ-প্ৰাসাদত উপনীত হ'লহি। তেওঁকো সেই একে কথাকে কলে। কেনেকৈ ছাইকীৰ ভাগ্য-বিপৰ্যয় ঘটিল, কিউপিডে কেনেকৈ এইজনী বায়েকক পত্নী ৰূপে পাবলৈ আশা কৰে,—এই সকলোবোৰ কথা বিবৰি কলে। কথা শুনি বায়েক তন্ময় হৈ পৰিল। এয়া যে জীৱনৰ স্বৰ্গ মুহূৰ্ত। অযথা এনে এটা সৌভাগ্য-সুযোগক উৰঁলি যাবলৈ এৰি দিব নোৱাৰি। ইয়াৰ সুবিধা লবই লাগিব। এই বুলি এই গৰাকী বায়েকো পৰ্বতৰ শিখৰ পালেগৈ। কিউপিডৰ অন্বেষণত। এৰোঁ সেই একে দৰেই মৃত্যুৰ মুখত পতিত হ'ল। নতুন প্ৰণয়-জীৱনৰ অভিযান এনেদৰেই উৰঁলি গ'ল। এনেদৰেই প্ৰণয়-উন্মাদ দেহা কেইটা শিয়াল-শগুণৰ ভোজ হ'ল।

আনপিনে চহৰৰ পিছত চহৰ বগাই ছাইকী কিউপিডৰ অন্বেষণত অনাই-বনাই ফুৰিবলৈ ধৰিলে,—এটা জহি পৰা মন লৈ। ক'তো আশা নাই। আশাৰ ৰেঙনিও নাই। তথাপি যাত্ৰাৰ শেষ নাই। ছাইকীৰ অন্তৰে বুজনি নামানে। কিউপিডক পাবই



লাগিব,—কিউপিড নাইবা মৃত্যু। এই দুই সীমাৰেখাৰ মাজত তেওঁৰ কাৰণে মধ্যৱৰ্তী কোনো ব্যৱস্থাই হব নোৱাৰে। একোৱেই ছাইকীক শান্তি দিব নোৱাৰে। আনহাতে কিউপিড নিজৰ কক্ষত ছটফটাবলৈ ধৰিলে,—বুকুত গভীৰ বেদনা। বাহুত জুইৰ পোৰণি। জীৱনৰ এই অবাঞ্ছিত পৰাজয়ে তেওঁক ক্লান্ত কৰি পেলালে। প্ৰণয়ৰ শেষ ক'ত? ভালপোৱা জানো নিৰৰ্থক? প্ৰেম আছে বাবেই ধৰণী ধুনীয়া,—এনেবোৰ চিন্তাৰ আতিশয্যই তেওঁক ব্যাকুল কৰি তুলিলে।

সাগৰৰ বুকুত বগাই ফুৰা গঙ্গা-চিলনীজনীয়ে সকলো কথা লক্ষ্য কৰি আছিল। ইতিমধ্যে মানুহে কোৱা-মেলা কৰা ভালেমান কথা তাই শুনিছেও। গতিকে ভেনাছক সকলো কথা কওঁ বুলি তাই সাগৰৰ বুকুত বুৰ দিলে। তেতিয়া সাগৰতলিত সাঁতুৰি-নাদুৰি নগ্ন ভেনাছ স্নান-কাৰ্যত ব্যস্ত। গঙ্গা-চিলনীজনী দেখি ভেনাছ আচৰিত হ'লঃ “কি অ', কিবা খবৰ আছে নেকি? আজি বহুত দিনৰ মূৰত ওলালিহি দেখোন?” এই সুযোগতে তাই কথা কবলৈ মুখ মেলিলে,—বৰ কথকী চিলনীজনী। এবাৰ মুখ মেল খালে জাপ যাবই নোখোজে। সজাই-মেলি মাকক তাই কিউপিডৰ বিষয়ে নানা কথা কলে। লগতে এই বুলিও কলেঃ “আমি তাৰ কাৰণে মুখ উলিয়াব নোৱাৰা হৈছোঁ আৰু।”

কেনেকৈ লুকাই লুকাই গিৰি গহ্বৰত প্ৰেম কৰোঁতে কিউপিডৰ বাহুটো পুৰিল, সি এতিয়া কেনেকৈ বিষত ছট্‌ফটাই আছে, খাব

শুব নোৱাৰা হৈছে,—এই এটাইবোৰ কথা তাই বিবৰি কলে। লগতে যোগ দিলে ঃ "মানুহে কোৱা শুনিছোঁ, আপোনালোক মাতা-পুত্ৰ উভয়ে নিজকে লৈ ইমান ব্যস্ত যে মৰ্ত্যলোকৰ প্ৰতি আপোনালোক অন্যমনস্ক হৈ পৰিছে। আপুনি ব্যস্ত সাগৰত নাহুৰি-সাঁতুৰি জীৱন উপভোগ কৰা কাৰ্যত। আপোনাৰ পুত্ৰ ব্যস্ত পৰ্বতৰ গুহাত কোনোবা এজনী অতি সামান্য ছোৱালীৰ প্ৰণয় উপভোগত। ইপিনে পৃথিৱীত নানা অশান্তিৰ সৃষ্টি হৈছে, —আপোনালোকৰ অন্যমনস্কতাৰ কাৰণেই। পৃথিৱীত আজি প্ৰকৃত সদ্‌ভাৱ-সম্প্ৰীতিৰ অভাৱ হৈছে। মানুহৰ বৈৱাহিক জীৱনত শান্তি নোহোৱা হৈছে। দাম্পত্য প্ৰণয়, অপত্য স্নেহ ইত্যাদিৰ অভাৱত পৃথিৱী আজি মৰুভূমিত পৰিণত হৈছে। আটায়ে ইয়াৰ কাৰণে আপোনালোককে জগৰীয়া কৰিছে। কিউপিডৰ নামতো মানুহে শুনিবকে নোখোজে।"

ভেনাছ চিঞৰি উঠিল ঃ "অ', মোৰ সেই অঁকৰা, অজলা ল'ৰাটো,—সি তেন্তে কোনোবা দুশ্চৰিত্ৰা নাৰীৰ প্ৰণয়-পাশত আৱদ্ধ। কোন তাই? কোনে বাৰু মোৰ এই কোমলমতীয়া ল'ৰাটোক এনেকৈ বলিয়া কৰিছে? কোন বাৰু? তাই কোনোবা বন-কুঁৱৰী নেকি? কোনোবা নৃত্যপটীয়সী নেকি? নাইবা মোৰ কাৰেঙৰ লিগিৰীবোৰৰ মাজৰে কোনোবা এজনী নেকি? তই কিবা জাননে, ক।"

চিলনীজনীয়ে সুবিধাই পালে। তাই আকৌ মুখ মেলিলে ঃ "কোন তাই, মই তেনেকৈ কব নোৱাৰোঁ। মানুহে কোৱা





পৰাজিত ছাইকীক কিউপিডৰ সাহায্য

শুনিছোঁ,—সি হেনো কোনোবা ছাইকী বোলা ছোৱালী এজনীৰ প্ৰণয়-পাশত আসক্ত। দিনে নিশাই তাইৰ কথা। তাইক পাহৰি সি হেনো এক মুহূৰ্তও জীয়াই থাকিব নোৱাৰে।”

ভেনাছৰ খং গৈ চুলিৰ আগ পালেগৈ,—অসহ্য। “কোন? ছাইকী? সেইজনী ছোৱালী, যাক মোৰ অণু-পৰমাণু প্ৰত্যেকেই ঘৃণা কৰে। সেইজনী ছোৱালী, যি মোৰ ৰূপৰ বিপক্ষে প্ৰত্যাহ্বান জনাইছে। সেইজনী ছোৱালী, যাক ধ্বংস কৰিবলৈ তাক মই আদেশ দিছিলোঁ। তাইৰেই প্ৰণয়-পাশত সি আজি আৱদ্ধ। মোৰ শত্ৰুৰ লগত তাৰ প্ৰণয়ৰ সম্বন্ধ। ভুল কৰিছোঁ। ডেকা ল’ৰা এটাক, তেনেকৈ ৰূপহী ছোৱালী এজনী মই নিজে দেখুৱাই দিব নালাগিছিল। মই নিজ হাতেৰে তাইৰ শাস্তি বিধান কৰাটোহে উচিত আছিল।”

এইবুলি চিঞৰি চিঞৰি সাগৰৰ বুকুৰপৰা ওলাই আহি ভেনাছ ডাৱৰৰ মাজৰ নিজৰ স্বৰ্ণ-কক্ষ পালেহি। পুতেকক অসুস্থ অৱস্থাত দেখিও তেওঁৰ সমবেদনা নহল, মৰম নালাগিল। খঙত একো-নাই হৈ চিঞৰি চিঞৰি তাক গালি বৰষিবলৈ ধৰিলে: “কুলাঙ্গাৰ, তই জীয়াই থকাতকৈ মৰাই ভাল। নমৰ কিয়? মাতৃৰ আদেশ উলঙ্ঘা কৰি বংশৰ মৰ্যাদা ৰক্ষা কৰিবলৈ ওলাইছ? যাৰ বিপক্ষে তোক মই প্ৰতিশোধ লবলৈ পঠাইছিলোঁ, তাকেই তই বুকুত সাৱটি ললি। কুলাঙ্গাৰ, আজিৰপৰা তই মোৰ পুত্ৰ নহৱ। তই মোৰ ঘোৰ শত্ৰু। ইয়াৰ মই বাৰুকৈয়ে প্ৰতিশোধ লম,—এনে এক প্ৰতিশোধ, যি প্ৰতিশোধৰ কথা তই জীৱনত

পাহৰিব নোৱাৰ। তোৰ প্ৰণয়-বাণ আৰু কাঁড় মই কাঢ়ি লম। সেই প্ৰণয়-বাণ আৰু তূণ কাক দিম, তই জান? মোৰ কোনোবা এটা দাসীৰ ল'ৰাক। তাক মই তুলি লম। বংশৰ সকলো মান-মৰ্যাদা তাক মই অৰ্পণ কৰিম। তোক মই সকলো শক্তি, সকলো ক্ষমতাৰপৰা বিচ্যুত কৰিম। তোৰ প্ৰণয় মই ভৰিৰে মোহাৰি মষিমূৰ কৰিম। তোৰ ইমান অতপালি,—তই তোৰ মাতৃক অৱমাননা কৰ। মই তোৰ মূৰ খুৰাই, ত্ৰিভুবনত এৰিম। যি কোঁচা সোণালী চুলি লৈ তই ছোৱালীৰ মন মুহি ফুৰ,—এয়ে তোৰ গৰ্ব, তাৰ মই এডালো নাৰাখোঁ।" এই বুলি বেদনাত কাতৰ হৈ থকা পুতেকৰ চুলিকোঁচাত খামোচ মাৰি ধৰি ভেনাছে জোঁকাৰিবলৈ ধৰিলে,—"কুলাঙ্গাৰ, কুলাঙ্গাৰ" বুলি চিঞৰি।

অৱশেষত শ্ৰান্ত হৈ গুজৰি-গুমৰি ভেনাছ বাহিৰলৈ ওলাই আহিল। এনেতে বাটত আন দুগৰাকী দেৱী ছিৰিছ আৰু জুন'ৰ লগত হঠাতে তেওঁৰ সাক্ষাৎ হ'ল। ভেনাছক দেখি তেওঁলোক আচৰিত হ'ল,-সদায় দেখি থকা এখন স্নিগ্ধ, শান্ত, সুন্দৰ মুখ; সেইখন মুখত আজি জুইৰ ফিৰিঙতি দেখি তেওঁলোক স্তম্ভিত হ'ল। যি দুটা সেমেকি থকা ৰঙচুৱা ওঁঠত সদায় হাঁহি লাগিয়েই আছে, তাত আজি জুইৰ অঙঠা। ভেনাছৰ এনে ক্ৰোধ-মূৰ্তি আগতে দেখা কেতিয়াও মনত নপৰে। এনে হোৱাৰ কাৰণ কি জানিবলৈ মন গ'ল। অৱশ্যে সুধিবলৈ নৌপাওঁতেই ভেনাছে নিজেই কলে: "তোমালোকক লগ পাই ভালেই হ'ল। মোৰ ল'ৰাটোৰ কু-কৰ্মৰ কথা নিশ্চয় শুনিছা। সি বংশত কলঙ্ক সানিছে। আজি আৰু অলপ সময় তাৰ কাষত



থকা হলে, তাক মই হত্যা কৰিলোহেঁতেন,—ইমান খং উঠিছিল। গতিকেই লৰালৰিকৈ বাহিৰলৈ ওলাই আহিলোঁ। পুত্ৰ হত্যা মহাপাপ মই কৰিব খোজা নাই। হেজাৰ হওক সি সৰু ল'ৰা। সিনো কি জানে? মই শাস্তি বিহিম সেই ছোৱালীজনীক। তায়ে গা নচুৱাই নচুৱাই মোৰ ল'ৰাটোৰ মূৰটো খালে। য'তেই নাথাকক লাগিলে, তাইক মই বিচাৰি উলিয়াবই লাগিব। এই-খিনিতে মোক তোমালোকৰ সহায় লাগে। তাইক মই বিচাৰি উলিওৱাত তোমালোকে মোক সহায় কৰিব লাগিব।"

ছিৰিছ আৰু জুন'ই কথাষাৰ নজনা নহয়। জানে। তথাপি নজনাৰ ভাও জুৰি সুধিলে: "আপোনাৰ ল'ৰাই নো এনে কি কু-কৰ্ম কৰিলে যাৰ কাৰণে আপুনি তাৰ প্ৰণয়িনীক এনেদৰে ধ্বংস কৰিবলৈ ওলাইছে? সি এজনী ৰূপৱতী যুৱতীক ভাল পাইছে,—ভালপোৱাটো জানো দোষণীয় কথা? সি এটা বুজন ডেকা। এতিয়া আৰু সি সৰু ল'ৰা হৈ থকা নাই। এই কথা আপুনি পাহৰি গৈছে। ডেকা ল'ৰাই গাভৰু ছোৱালী ভাল পায়েই,—ইয়াত দোষ কোন খিনিত? আপুনি তাৰ মাক। মাক হৈ ল'ৰাই কাক ক'ত ভালপালে, ইয়াৰ সন্দেহ লৈ ফুৰাটো জানো শোভনীয় কথা? আপোনাৰ মুখমণ্ডলৰ লাৱণ্য জানো তাৰ মুখমণ্ডলত ব্যাপ্ত হৈ থকা নাই? তাৰ ৰূপ-লাৱণ্য আছে। তাতোকৈ এটা ডাঙৰ বস্তু আছে,—সেইটো হৈছে তাৰ এটা নিজস্ব ব্যক্তিত্ব। ৰূপ-লাৱণ্যতকৈ পুৰুষৰ সহজাত ব্যক্তিত্বত ছোৱালী সহজে মোহিত হয়। গতিকে অযথা এনেকৈ উত্তেজিত হৈ লাভ কি? আপুনি নিজেই প্ৰণয়-প্ৰীতিৰ অধিষ্ঠাত্ৰী দেৱী।

আপুনিয়েই মৰ্ত্যলোকৰ নাৰী-পুৰুষৰ মাজৰ প্ৰণয়-জীৱনৰ উদ্যোক্তা। আৰু আপুনিয়েই নিজৰ সন্তানৰ বেলিকা এনে কঠোৰ ব্যৱস্থা লবলৈ উদ্যত হৈছে,—এয়া জানো শোভনীয় হৈছে ?

এই দুগৰাকী যৌৱন-উচ্ছল দেৱীয়ে বাৰুকৈয়ে জানে,—কাক কেতিয়া সমৰ্থন কৰিব লাগে। প্ৰণয়-দেৱতা কিউপিডক সমৰ্থন কৰাত লাভ আছে। এইজনা দেৱতাৰ সহায়-সমৰ্থন নহলে কোনো প্ৰণয়-কাৰ্যই পৰিপূৰ্ণতা লাভ কৰিব নোৱাৰে। তেওঁলোকৰো যৌৱন আছে। আশা-আকাংক্ষা আছে। গতিকে অযথা প্ৰণয়-দেৱতা কিউপিডক ক্ষুণ্ণ কৰি লাভ কি ? সেইবুলি তেওঁলোকৰো যে ছাইকীৰ প্ৰতি মনে মনে ঈৰ্ষা হোৱা নাছিল, এনে নহয়। ৰূপৱতী হব পাৰে, তথাপি, হেজাৰ হওক, তাই এজনী মৰ্ত্যলোকৰ সাধাৰণ ছোৱালী। লগৰ এজনীয়ে ভাল দৰা পোৱা দেখিলে যেনেকৈ আন ছোৱালীৰ মনে মনে ঈৰ্ষা হয়, বাহিৰতহে দেখুৱাই বিয়াত লাগি-ভাগি দিয়ে,—সেইদৰে ছাইকীৰ সৌভাগ্য দেখি এই দেৱী দুগৰাকীৰো হিয়া জ্বলিছিল। বাহিৰত দেখুৱাইহে ভেনাছক এনে এটা দীঘলীয়া পাঠ পঢ়ুৱাইছিল। এয়া অন্তৰৰ কথা নহয়। ডিঙিৰ ওপৰ ভাগৰপৰা অহা বক্তৃতাহে।

এইষাৰ কথাকে ভেনাছে বুজিব পৰা নাছিল। প্ৰায় জঁয় পৰি অহা তেওঁৰ খঙৰ জুইকুৰা ভমককৈ আকৌ জ্বলি উঠিল,—তেওঁৰ মনৰ অনুভূতিক এইদৰে হেয় প্ৰতিপন্ন কৰিবলৈ বিচৰা দেখি।



"বন্ধ কৰা। তোমালোকৰ বক্তৃতা মই শুনিব খোজা নাই।" এই বুলি উচাট মাৰি তাৰপৰা ভেনাছ আঁতৰি পৰিল। নিজৰ বিলাস-ভৱন সাগৰ-কক্ষলৈ তেওঁ গতি কৰিলে। ছিৰিছ আৰু জুন'ৰ ভয়তে মুখৰ মাত নোহোৱা হ'ল। মুখ শুকাই কুঁজী থেকেৰা হ'ল।



আ নহাতে ছাইকীৰ অৱস্থা দেখিলে দুখ লগা। এটা অস্থিৰ মন লৈ স্বামীৰ অন্বেষণত তেওঁ ব্যাকুল। সেই একেটা লক্ষ্যকে চকুৰ আগত ৰাখি তেওঁ পৰ্বতে-প্ৰান্তৰে অনাই-বনাই ফুৰিছে। অকণো শ্ৰান্তি নাই। অকণো ক্লান্তি নাই। দিনে নিশাই একেটা চিন্তা,—একেটা অন্বেষণ। এইদৰে অনাই-বনাই ফুৰোঁতে সুদূৰ প্ৰান্তৰত, পৰ্বতৰ শিখৰত অৱস্থিত এটা দেৱ-মন্দিৰ ছাইকীৰ চকুত পৰিল। "মোৰ স্বামী কিজানি সৌ মন্দিৰতেই আছে"—এই বুলি তেওঁ সেইফালে ঢাপলি মেলিলে। মন্দিৰ প্ৰবেশ কৰি একেবাৰে বেদীৰ কাষ পালেগৈ। নিৰ্জন মন্দিৰটো এন্ধাৰ অন্তৰথলী। আবেলিৰ ৰ'দৰ জিলিঙনিয়ে ঠায়ে ঠায়ে মাথোন ৰেঙাই তুলিছে। মন্দিৰটোৰ অ'ত ত'ত সিঁচৰতি হৈ আছে কিছুমান শস্য সম্ভাৰ। নানা তৰহৰ। সেইদৰে কিছুমান খেতিৰ আহিলা-পাতিও য'তে ত'তে সিঁচৰতি হৈ পৰি আছে। এটা এটাকৈ জুকিয়াই সিঁচৰতি হৈ থকা বস্তুবোৰ ছাইকীয়ে পৰিপাটিকৈ থলে। দেৱতা কিজানিবা তুষ্ট হয়েই। এনেদৰে

এফালৰপৰা ইটো-সিটো বস্তু দিহা লগাই থাকোঁতে সহৃদয়া ছিৰিছ দেৱীয়ে তেওঁক মাত লগালে ঃ "তুমিয়েই ছাইকী নেকি ? এইমাত্র আমি স্বৰ্গৰ দুৱাৰদলিত দেৱী ভেনাছক লগ পাই আহিছোঁ। তেওঁ তোমাক বিচাৰি ত্রিভুবন চলাথ কৰিছে। ধৰিব পাৰিলে কঠোৰ শাস্তি বিহিব,—যি শাস্তিৰ তুলনা নাই। তুমি ভবিষ্যতৰ কাৰণে সাৱধান হোৱা !"

দেৱীৰ সমবেদনাৰ বাণীত ছাইকী অভিভূত হৈ পৰিল। চৰণ তেওঁৰ স্পৰ্শ কৰি চকুলোৰে ওপচাই দিলে। নানান কাকুতি-মিনতি কৰি তেওঁ দেৱীৰ সাহায্য ভিক্ষা কৰিলে। "পৃথিৱীৰ সকলোবোৰ মোহনীয়, কমনীয় বস্তুৰ নামত, পথাৰ ওপচা সোণোৱালী শস্যৰ নামত, ছিছিলিৰ প্রাকৃতিক সৌন্দৰ্য-শোভাৰ নামত, আপোনাৰ এই মনোৰম মন্দিৰটোৰ নামত, মই মিনতি জনাইছোঁ,—মোক ৰক্ষা কৰক। মোৰ স্বামীৰ কাৰণে মোক জীয়াই থাকিবলৈ দিয়ক। মোক শান্তি দিয়ক। মোৰ স্বামীক মোৰ বুকুৰ মাজলৈ ঘূৰাই দিয়ক। কিছুদিনৰ কাৰণে হলেও আপোনাৰ মন্দিৰৰ এই শস্যৰাজিৰ মাজত মোক লুকাই থাকিবলৈ দিয়ক,—যেতিয়ালৈকে মাতৃ ভেনাছৰ ক্রোধাগ্নিৰ উপশম নঘটে। মই বৰ শ্রান্ত হৈ পৰিছো।"

ছাইকীৰ অন্তৰৰ গভীৰথলীৰ কাকুতি-মিনতিয়ে দেৱী ছিৰিছৰ অন্তৰ সহানুভূতিৰে ঢৌৱাই গ'ল। তথাপি তেওঁ সহায় কৰিবলৈ অপাৰগ। বুকুৰ পাঁজৰবোৰ তেওঁৰ কঁপি উঠিল। "তোমাৰ দুখকষ্টভৰা ক্লান্তিময় জীৱনটোৱে মোক অভিভূত কৰিছে।



তোমাৰ বেদনাই মোক ম্রিয়মান কৰি তুলিছে। মোৰ মনটোৱে তোমাক নিৰ্বিবাদে সহায় কৰিবলৈ কয়। কিন্তু,—কিন্তু মোৰ কাৰণে ই যে অসম্ভৱ কথা। দেৱী ভেনাছক মই ভয় কৰোঁ। এবাৰ তেওঁৰ ক্রোধৰ উৎপত্তি হলে, সেই ক্রোধ সম্বৰণ কৰা অসম্ভৱ কথা। গতিকে সময় থাকোঁতেই তুমি মোৰ মন্দিৰৰপৰা আঁতৰি পৰা। নহলে, আমাৰ উভয়ৰে বিপদ অনিবাৰ্য।"

এইদৰে পৰাভূত হৈ ছাইকী মন্দিৰটোৰপৰা ওলাই আহিল। এনে এটা অবাঞ্ছিত ব্যৱহাৰ তেওঁ আশা কৰা নাছিল। মনটো আকৌ নিৰাশাত জহি গ'ল। নতুন আগন্তুক বিপদৰ আশঙ্কাই ছাইকীৰ গোটেই গাতে কঁপনি তুলিলে। ভেনাছৰ খং,---দেৱতাৰ হাতত মানুহ কীট-পতঙ্গ। তাইৰ নিচিনা সাধাৰণ হোৱালী এজনীক বিচাৰি উলিওৱাটো দেৱতাৰ কাৰণে এটা সাধাৰণ কথা। ভয়, আশঙ্কা, নিৰাশাত জৰাজীৰ্ণ হোৱা মন এটা লৈ ছাইকী বাটে বাটে বাট বুলিলে। এনেতে সুদূৰ উপত্যকাত সন্ধিয়াৰ ক্ষীণ পোহৰৰ আৰু এটা মন্দিৰ ৰিণিকি ৰিণিকি তেওঁৰ চকুত পৰিল। অতি সুশোভন। তালৈ যোৱাটোকেই ছাইকীয়ে ঠিৰাং কৰিলে,---কিজানি কোনোবা দেৱতাৰ সহায় পায়েই। দুৱাৰ মুখৰ গছৰ ডালত তিনিখন স্বৰ্ণখচিত কাপোৰ ওলমি থকা ছাইকীৰ চকুত পৰিল। প্রত্যেকখনতে একোগৰাকী দেৱীৰ নাম সোণৰ আখৰেৰে লিখা আছে। নাম কেইটা দেখি ছাইকীৰ হিয়া জুৰ পৰি গ'ল। মন্দিৰৰ তেওঁ ভিতৰ সোমাই গ'ল। তাৰ পিছত বেদীৰ কাষত আঠু লৈ এইদৰে প্রাৰ্থনা জনালে ঃ

"তুমি সৰ্বশ্ৰেষ্ঠা দেৱী। তোমাৰ প্ৰভাৱ ত্ৰিভুবন ব্যাপ্ত। জুন', তুমি মোক আগন্তুক বিপদৰপৰা ৰক্ষা কৰা। মোক পৰিত্ৰাণ কৰা। মোক ৰক্ষা কৰা। মই একেবাৰে শ্ৰান্ত হৈ পৰিছোঁ। মই জানো,—অন্তঃসত্বা নাৰীৰ প্ৰতি তোমাৰ কেনে অপৰিসীম মৰম। মোক এবাৰ দয়াৰ চকুৰে চোৱা। মোক শান্তি দিয়া।"

এই কাতৰ প্ৰাৰ্থনাত তুষ্ট হৈ, জ্যোতিস্মান ৰূপত, দেৱী জুন' ছাইকীৰ সমুখত উপস্থিত হ'লহি। "প্ৰতিশ্ৰুতি দিছোঁ, সকলো বিপদতে তোমাক ৰক্ষা কৰিবলৈ মই প্ৰস্তুত। সেইবুলি ভেনাছৰ বিপক্ষে তোমাক সাহায্য দিয়াটো মোৰ পক্ষে অসম্ভৱ কথা। ভেনাছক মই সদায়েই মৰমৰ চকুৰে চাই আহিছোঁ। তেওঁ মোৰ বৰ আপোন। ইয়াৰ উপৰিও, নীতিৰ পিনৰপৰা মই কেতিয়াও কাৰো পলৰীয়া মানুহক সহায় কৰিবলৈ প্ৰস্তুত নহওঁ,—অৱশ্যে যেতিয়ালৈকে গৰাকীৰ অনুমতি নাপাওঁ। গতিকে বৰ্তমান অৱস্থাত তোমাক আশ্ৰয় দিয়া দূৰৰ কথা, কোনো সাহায্যকে দিব নোৱাৰোঁ। এইটো নীতি-বিৰুদ্ধ কাম হব। এনে অৱস্থাত তুমি সোনকালে ইয়াৰপৰা আঁতৰি পৰাটোৱেই শ্ৰেয়।"

দ্বিতীয় বাৰৰ কাৰণে দেৱতাৰ সহায়-সমৰ্থন পাবলৈ কৰা ছাইকীৰ সকলো চেষ্টা বিফল হৈ গ'ল। মনত সযতনে জ্বলাই তোলা আশাৰ ক্ষীণ বন্তিগছিও নুমাই গ'ল। কেউপিনে হতাশাৰ নিকৰুণ ছঁয়াই তেওঁক আগুৰি ধৰিলে,—ক'তো আশাৰ ৰেঙনি নাই। এইদৰে স্বামীক বিচাৰি ফুৰাটো জানো অৰ্থহীন হোৱা



নাই? ছাইকীয়ে মনে মনে ভাবিবলৈ ধৰিলে: "মোৰ প্ৰতি অপৰিসীম সহানুভূতি থকা সত্বেও এই দেৱীসকলেই যেতিয়া বিমুখ, ভেনাছৰ বিপথে মোক সাহায্য দিবলৈ অপাৰগ,—এনে অৱস্থাত মোৰ আশা ক'ত? যি ফালেই মই হাত মেলিছোঁ, সেই ফালেই মোৰ আঙুলি পুৰিছে। বিপদে,—নতুন নতুন বিপদে মোক আগুৰি ধৰিছে। পৃথিৱীত এনে কোনো গভীৰ অন্ধকাৰময় গহ্বৰ নাই নে য'ত মই ভেনাছৰ শেন-চকুৰপৰা নিজকে আঁতৰাই ৰাখিব পাৰোঁ? নাই, নালাগে। ভেনাছৰ ক্ৰোধাগ্নিত নিজকে আত্ম-বলিদান দিয়াটোৱেই শ্ৰেয় হব। এই পথে দিয়েই কিজানি মোৰ স্বামীৰ লগত সাক্ষাৎ সম্ভৱপৰ হৈ উঠে। এইদৰে মন্দিৰে মন্দিৰে প্ৰাৰ্থনা জনাই মই ব্যৰ্থ হৈ গৈছোঁ।"




ৰ্ত্তলোকত বিচাৰি চলাথ কৰাৰ শেহতো ছাইকীৰ কোনো অনুসন্ধান নোপোৱা দেখি অৱশেষত ভেনাছে আকাশত, ডাৱৰৰ ফাঁকে ফাঁকে তেওঁক বিচাৰিবলৈ মনস্থ কৰিলে। তেওঁৰ স্বৰ্ণখচিত আকাশী ৰথখন সজাবলৈ আদেশ বিহিলে। এই ৰথখন বিয়াৰ সময়ত তেওঁক ডানকানে উপহাৰ দিছিল। জ্বলমলাই থকা ৰথ। ঘোঁৰা নাই। কেউপিনে কিছুমান কপৌ চৰায়ে ৰথখন দাঙি ধৰি উৰুৱাই লৈ যায়। শিল্পীৰ অনুপম সৃষ্টি এই ৰথখন। ভেনাছে ৰথত আৰোহণ কৰাৰ লগে লগে

কপৌ চৰাই কেইজনীয়ে পাখি মেলি দিলে। ৰথখন আকাশত উৰিবলৈ ধৰিলে। কেউকাষে আকাশত সুকণ্ঠী চৰাইবোৰে গীত গাই উৰিবলৈ ধৰিলে,—যেনিবা এক সঙ্গীত সমাৰোহৰহে সৃষ্টি হৈছে। ডাৱৰবোৰে বাট এৰি দিছে। আকাশে দেৱী ভেনাছক জয়মাল্য দি আদৰণি জনাইছে।

অৱশেষত ভেনাছ গৈ দেৱ-ৰাজ জ'ভৰ প্ৰাসাদত উপনীত হ'ল। মাৰ্কাৰী দেৱতা জ'ভৰ অনুগত। ভেনাছক সহায় কৰিবলৈ মাৰ্কাৰীক আদেশ দিবলৈ জ'ভক গোহাৰি জনালে। তেওঁ অকলে বিচাৰি বিচাৰি চলাথ কৰিছে, তথাপি ছাইকীক আৱিষ্কাৰ কৰিব পৰা নাই। জ'ভৰ নিৰ্দেশ লৈ তৎক্ষণাৎ ভেনাছ স্বৰ্গ-ৰাজ্যৰ দ্বিতীয় স্তৰলৈ নামি আহিল,—দেৱতা মাৰ্কাৰীক বিচাৰি। মাৰ্কাৰীক লগ পাই তেওঁ কলে ঃ "ভাইটি মাৰ্কাৰী, তোমাৰ সহায় নোলোৱাকৈ আজিলৈকে মই কোনো কামেই কৰা নাই। চোৱা, মই মোৰ লিগিৰীজনী বিচাৰি হাবাথুৰি খাইছোঁ। আজিও তাইক বিচাৰি উলিয়াব পৰা নাই। সকলো চেষ্টা মোৰ ব্যৰ্থ হৈ গৈছে। এতিয়া তোমাৰ সহায় নহলে মোৰ উপায় নাই। চোৱা, তুমি তাইক বিচাৰি দিয়া। তাইৰ নামটো হৈছে ছাইকী। এই নামটো লবলৈকে মই বেয়া পাওঁ। ঘিণ কৰোঁ। তৎক্ষণাৎ যোৱা, তাইক মোক বিচাৰি দিয়া।" এই বুলি কৈ ছাইকীৰ নাম আৰু বৰ্ণনা এখন কাগজত লিখি দি মাৰ্কাৰীৰপৰা ভেনাছে বিদায় ললে। ভেনাছৰ আদেশ পাই মাৰ্কাৰী সাজি-পাৰি ওলাল। মৰ্ত্যলোকৰ সকলো ঠাইলৈকে, সকলো মানুহৰ সমাজলৈকে তেওঁ গ'ল। সকলো ঠাইতে এই বুলি ঘোষণা কৰিলে ঃ



"কোনোবাই যদি ভেনাছৰ লিগিৰী ছাইকীৰ কিবা সন্ধান পায়, তেওঁ মাৰ্কীয়ান পিৰামিডলৈ গৈ এই বিষয়ে সম্ভেদ দিলেই হব। খবৰ দিওঁতাজনক যথোচিতভাৱে বঁটা দিয়া হব। বঁটা হৈছে,—স্বয়ং ভেনাছৰ ওঁঠৰ সাতোটা চুমা। ইয়াৰ উপৰিও আৰু এটা মৌতকৈও সোৱাদ জিভাৰ আগৰ চুমা দিয়া হব। এই অপাৰ্থিৱ চুম্বনৰ প্ৰতি যাৰ অনুৰাগ আছে আগ বাঢ়ি আহক।"

মাৰ্কাৰীৰ এই অভূতপূৰ্ব ঘোষণাত মানৱ-জগতত উখল-মাখলৰ সৃষ্টি হ'ল। এনে কল্পনাতীত চুমাৰ আশাত মানুহবোৰ উত্ৰাৱল হৈ পৰিল,—ডেকা, বুঢ়া, সকলো। কথাষাৰ ছাইকীৰ কাণত পৰাৰ লগে লগে ৰক্ষা পৰাৰ সকলো আশা তেওঁ পৰিত্যাগ কৰিলে। ৰক্ষা পৰাৰ সকলো চেষ্টাই যে বৃথা, সেই কথা তেওঁৰ বুজিবলৈ বাকী নাথাকিল। শত সহস্ৰ চকুৱে যেন ছাইকীক খেদি ফুৰিছে,—কোনো এটা চকুতেই যেন সহানুভূতিৰ এধানমান কণিকা এটাও নাই। প্ৰত্যেকটো দৃষ্টিয়েই যেন দুৰভিসন্ধিমূলক, —এনেদৰে ছাইকীৰ অনুভূত হবলৈ ধৰিলে। সকলো আশা পৰিত্যাগ কৰি অৱশেষত আত্ম-সমৰ্পন কৰাটোকেই তেওঁ সিদ্ধান্ত কৰিলে। ইয়াকে ভাবি ভেনাছৰ মন্দিৰৰ পিনে তেওঁ খোজ ললে। এনেতে বাটত অকস্মাৎ ভেনাছৰ লিগিৰী এজনীৰ লগত ছাইকীৰ সাক্ষাৎ হ'ল। তাইৰ নাম শ্ৰীমতী অভ্যাস। ছাইকীক দেখিয়েই তাই চিনি পালে। চিঞৰি দিলে ঃ "মৰতী, তই এতিয়াহে বুজিছ তোৰ আচলতে গৰাকী কোন। তাইক বিচাৰি আমি প্ৰায় উছন হব লগা হলোঁ,—তেও এই মৰতীৰ নিজে ধৰা

দিবলৈ জ্ঞান নহ'ল। এই মদগৰ্বৰ কাৰণেই তোক আমি এনে এক শিকনি দিম যে তই জীৱনত তাক পাহৰিব নোৱাৰ। তোৰ, বেটী, তুলা দি মই ধাতু চাম, ৰ। এতিয়া হাতত পৰিছ। ক'ত সাৰিবি? নৰকতো মানুহে যি শাস্তি নাপায় তেনে উগ্ৰ শাস্তি তোক মই বিহিম। মাতৃ ভেনাছৰ আদেশ উলঙ্ঘাৰ প্ৰতিবিধান স্বৰূপে। তোক মই নেৰিছোঁ।" এইদৰে গুজৰি গুমৰি নিমিষলৈকো বাট নোচোৱাকৈ, চুলিত ধৰি পিঠিত কেইটা মান থিয় গোৰ শোধাই, আঁজুৰি শ্ৰীমতী অভ্যাসে ছাইকীক লৈ গ'ল,—ভেনাছৰ সাক্ষাতলৈ।

এইদৰে লাঞ্ছিতা হৈও ছাইকীয়ে কোনো প্ৰতিবাদ নকৰিলে। স্বামীৰ ধ্যানেই তেওঁৰ একমাত্ৰ ধ্যান। ইয়াৰ তুলনাত সকলো লাঞ্ছনা, গঞ্জনা তুচ্ছ। সেইদৰে গৈ তেওঁ মৌন হৈ ভেনাছৰ ওচৰত ৰলগৈ। তেওঁক দেখিয়েই ভেনাছে অস্বাভাৱিকভাৱে উচ্চস্বৰে হাঁহিবলৈ ধৰিলে। তাৰ পিছত মূৰটো জোঁকাৰি চিঞৰি চিঞৰি তেওঁ কবলৈ ধৰিলে: "অৱশেষত নিজেই আহি শাহু-আইক দেখা কৰাটো উচিত বুলি ভাবিলি, নহয় নে? কাক চাবলৈ আহিছ,—মোক নে তোৰ চেনেহৰ অত্যাচাৰত বাহুত আঘাত লৈ ছট্‌ফটাই থকা তোৰ গিৰীয়েৰক? তই একো চিন্তা কৰিব নালাগে। অলপ বাট চা। তোক আজি মই এনে এটা অভ্যৰ্থনা জনাম যি অভ্যৰ্থনা আজি পৰিমিত কোনো বোৱাৰীয়েকে কোনো শাহুৱেকৰপৰা পোৱা নাই।" এই বুলি কৈ ঠাঁচকৈ গালত এটা চৰ বহুৱাই দিলে। ছাইকী মৌন, নিমাত। চকুৰেদি মাথোন দুধাৰি তপত চকু-লো তেওঁৰ বাগৰি গ'ল।





কিউপিড আৰু ছাইকী

ভেনাছ সিমানতো ক্ষান্ত নহ'ল। তেওঁ আকৌ চিঞৰিবলৈ ধৰিলে: "মোৰ লিগিৰী দুজনী, বিষাদ আৰু অশান্তি ক'ত?" ভেনাছৰ মাত শুনা মাত্রকে শ্রীমতী বিষাদ আৰু শ্রীমতী অশান্তি সেই ঠাইত উপস্থিত হ'লহি। শাস্তি বিহিবলৈ সিহঁতৰ হাতত ছাইকীক গতাই দিয়া হ'ল। যেনে আদেশ, তেনে কাম। ছাইকীক এটা খুটাত ভৰিৰপৰা ডিঙিলৈকে এডাল পঘাৰে কট্‌কটীয়াকৈ বন্ধা হ'ল। তাৰ পিছত অথালি-পথালিকৈ সৌকা চলিল। ছাইকীৰ গোটেইটো গা তেজেৰে ৰাঙলী হ'ল। মনতে চকু মুদি ছাইকীয়ে ভাবিবলৈ ধৰিলে: "এদিন আমাৰ প্রণয়ৰ উত্তাপ পাই ৰাঙলী হৈছিল উদ্যানৰ তেজীৰঙা গোলাপবোৰ; আজি হৈছে মোৰ এই অপৱিত্র দেহাটো।" এইদৰে শাস্তি বিহাৰ পিছত ছাইকীক নি আকৌ ভেনাছৰ আগত উপস্থিত কৰা হ'ল।

ছাইকীৰ অৱস্থা দেখি ভেনাছৰ খং সম্বৰণ নহ'ল। দুগুণে জ্বলিলহে। "বাঃ, চোৰা। তাই করুণ দৃষ্টিৰে মোৰ অন্তৰৰ অনুকম্পা জগাই তুলিব খুজিছে। তাই যে অন্তঃসত্বা সেইযাৰ কথা মোক বুজাবলৈ যত্ন কৰিছে। তাই মোক সন্তান উপহাৰ দিবলৈ ওলাইছে। তোৰ গর্ভৰ সন্তানক মই ছিৰাছিৰ কৰিম। তোৰ নিচিনা সাধাৰণ মানুহ এজনীৰ সন্তানক মই কেতিয়াও নাতি বুলি গ্রহণ নকৰোঁ। মোৰোতো এটা বংশ-মর্যাদা আছে। সেই বংশ-মর্যাদা মই খর্ব হবলৈ দিওঁ কেনেকৈ? তোৰ গর্ভৰ সেইটো মোৰ সন্তানৰ সন্তান হব নোৱাৰে। তইঁতৰ বিয়াতো

সমপৰ্যায়ৰ ভিতৰত হোৱা নাছিল। তোৰ নিচিনা এজনী নীহ মানুহৰ লগত মোৰ সন্তানৰ পৰিণয়,—সেই পৰিণয় কেতিয়াও প্ৰকৃত পৰিণয় হব নোৱাৰে। তোৰ গৰ্ভত জাৰজ সন্তানে থিত লৈছে। সন্তান প্ৰসৱৰ মুহূৰ্তলৈ তোক মই জীয়াই থাকিবলৈ নিদিওঁ,—বুজিছ ? ভয় নকৰিবি।"

এই বুলি কৈ ছাইকীৰ চুলিত ধৰি জোঁকাৰি তেওঁ ঘূৰাই লৈ ফুৰিবলৈ ধৰিলে। ছাইকী তেতিয়াও নিমাত, মৌন। সকলো অত্যাচাৰ নীৰৱে সহ্য কৰি যোৱাৰ বাহিৰে তেওঁৰ আৰু উপায় নাই। ছাইকী অৰ্ধ-নগ্ন হৈ পৰিল,—গাৰ কাপোৰ ফালি ছিৰাছিৰ হ'ল; ভেনাছে আকৌ লিগিৰীহঁতক আদেশ দিলে,— চাউল, বিবিধ মাহ, ঘ'-ধান, চাগু ইত্যাদিৰ ডাঙৰ চাই কেইটামান ভৰপূৰ মোনা আনিবলৈ। অৱশেষত এই এটাইবোৰ মজিয়াত বাকী মিলাই পেলাবলৈ আদেশ দিয়া হ'ল। ভেনাছৰ আদেশ পাই লিগিৰীহঁতে তাকেই কৰিলে। এই সকলোবোৰ মিহলাই পেলোৱাৰ পিছত ছাইকীৰ ওপৰত আদেশ হ'ল: "এই, মনে মনে আছ কেলৈ ? এইবোৰ দেখিছ নে নাই ? মই তোক এতিয়া আকৌ এশিকনি দিম, ৰ। দেখিছ নে নাই ? এই শস্যৰ দ'মটোৰপৰা বিধে বিধে গুটিবোৰ বাছি উলিয়া,— সন্ধ্যাৰ আগতে। বুজিছ নে নাই ?" এই বুলি কৈ ছাইকীৰ চুলিকোছাত ধৰি আকৌ তেওঁ কবলৈ ধৰিলে: "এই কুলক্ষণীজনীক কোনোবা পুৰুষে যে ভাল পাব পাৰে, মই ভাবিবকে নোৱাৰোঁ। মোৰ ল'ৰায়ো তোক ভাল পোৱা নাছিল, যুৱতী। তইহে তাক সৰু ল'ৰা পাই, ছলনা কৰি, এইখন



কৰিলি।" এই বুলি হেপাহ নপলায় মানে চুলিকোছাত ধৰি জোঁকাৰিবলৈ ধৰিলে।

ছাইকীক তাতে থৈ ভেনাছ সাজিকাচি এখন বিৱাহ-উৎসৱৰ ভোজ-সভা পালেগৈ। ছাইকী গুটিৰ দ'মটো সমুখত লৈ মনে মনে বহি থাকিল। ই যে অসম্ভৱ কাম। বেচেৰীৰ উপায় নাই। শস্যৰ দ'মটো তেওঁ স্পৰ্শকে নকৰিলে। যিটো কাম অসম্ভৱ, তাত হাত দি লাভ কি ? এনেতে ওচৰৰ পথাৰৰ টোকা পৰুৱা এটা আহি সেইখিনিত ওলালহি। কিউপিড-পত্নীৰ অৱস্থা বুজি তাৰ সহানুভূতি হ'ল। তৎক্ষণাৎ পথাৰলৈ গৈ সি জাকে জাকে পৰুৱা মাতি আনিলে। সিহঁতক সি আদেশ কৰিলে: "কিউপিড-পত্নীক সহায় কৰা। তৎক্ষণাৎ গুটিবোৰ বিধে বিধে বাছি পেলোৱা।" পৰুৱাজাকে গুটিবোৰ বাছি ঠায়ে ঠায়ে থলে। থৈয়েই ভেনাছ আহি দেখেহি বুলি তাৰপৰা পলাই গৈ নোহোৱা হ'ল।

মাজনিশা মদৰ নিচাত উত্ৰাৱল হৈ ভেনাছ প্ৰাসাদ সোমালহি। গোটেই গাটোতে তেওঁৰ গোলাপ ফুলৰ মালা। সোমায়েই গুটিবোৰৰ ফালে চালে। গুটিবোৰ ইমান নিয়াৰিকৈ সজাই থোৱা দেখি ভেনাছ গুঁজৰি উঠিল: "এয়া কাম তই নিজে কেতিয়াও কৰা নাই। মই বুজিছোঁ। নিশ্চয় কাৰোবাৰ হতুৱাই কৰাইছ। মই বুজিছোঁ,—সি তোৰ প্ৰণয় স্পৰ্শত একেবাৰেই অন্ধ হৈ গৈছে। নহলে, এনে দুঃসাধ্য কাম কেতিয়াও সহজসাধ্য নহ'লহেঁতেন।" তাৰ পিছত টেবুলৰপৰা কোনোবাই

আধাখোৱা ৰুটি এডোখৰ ছাইকীৰ ফালে দলিয়াই দি ভেনাছ শয়ন-কক্ষত সোমাল। আনহাতে, কিউপিডক তেওঁৰ নিজা কক্ষত আছুতীয়াকৈ বন্দী কৰি ৰখা হ'ল। একোপধ্যে যাতে ছাইকীক লগ পাব নোৱাৰে। ভেনাছে মাথোন কয়ঃ "তাক সমূলি মই লৰিচৰি ফুৰিবলৈ দিয়া নাই। যিহে উৎপতীয়া ল'ৰা,—ক'ৰবাত লৰিচৰি ফুৰি বাহুৰ ঘা টুকুৰা বেছি কৰিব। সেই কাৰণেই মই তাক পাটীৰপৰা উঠিবলৈকে দিয়া নাই।" একেটা প্ৰাসাদ। দুটা কক্ষ। এটাত বেদনা-ক্লিষ্টা ছাইকী। সোণৰ পুতলা যেন গাটো ফাটি ছিৰাছিৰ হৈছে। আহাৰ নাই। নিদ্ৰা নাই। আনটোত কিউপিড,—এখন ভগ্ন-হৃদয় লৈ ছাইকীৰ স্বপ্নত নিজকে বিলীন কৰি দিছে। শান্তি নাই। কেৱল মাথোন বিষাদ,—বেদনাৰ মহাসিন্ধু।



তিয়া পুৱা। বেলিৰ চুমাই পূব আকাশখন ৰেঙাই তুলিছে। ছাইকীয়ে আকাশলৈ চাই মনে মনে ভাবিছে,— "তুমি ভাগ্যৱতী।" ভেনাছৰ আগনিশাৰ খিচা আৰু নাই। আঁতৰিছে। চকু মোহাৰিয়েই তেওঁ ছাইকীক মাতি পঠালে। খিড়িকীয়েদি আঙুলিয়াই দি কলেঃ "সৌ একাবেঁকা নৈখনৰ পাৰৰ ঘাঁহনিডৰা দেখিছ নে? তাতে কিছুমান ভেৰা চৰি ফুৰে। বনৰীয়া ভেৰা। সিহঁতৰ গাৰ নোমবোৰ সোণবৰণীয়া। যা, তাৰপৰা মোলৈ একোছা নোম আনগৈ,—তৎক্ষণাৎ।"

বনৰীয়া ভেৰাৰ সোণবৰণীয়া নোম যে আনিব পাৰিব, সেইটো



ছাইকীয়ে অকণো আশা কৰা নাছিল। তথাপি গ'ল। ওচৰতে এটা ওখ পৰ্বতৰ টিং। তাৰপৰা জঁপিয়াই আত্মহত্যা কৰিবলৈ তেওঁ প্ৰস্তুত হৈ গ'ল। এনেতে, ছাইকী আচৰিত হৈ গ'ল, তলৰ নৈখনৰ বুকুৰপৰা এডাল খাগৰিয়ে অতি কোমলকৈ তেওঁক মাত লগালেঃ "ছাইকী, তোমাৰ অন্তৰ-বেদনাৰ কথা মই উপলব্ধি কৰিছোঁ। সকলো বুজিব পাৰিছোঁ। সেইবুলি তুমি জানো আত্মহত্যা কৰাটো উচিত হব? অন্ততঃ তুমি আত্মহত্যা কৰি এই নিৰ্মল নৈখন কলুষিত নকৰিবা। নাইবা এইটো সময়ত এই বনৰীয়া ভেৰাবোৰৰ কাষো নাচাপিবা। সিহঁতৰ শিঙবোৰ বৰ চোকা। মূৰবোৰ শিলৰ নিচিনা টান। মানুহ ওচৰ চপা দেখিলেই শিঙেৰে খুঁচি সিহঁতে ছিৰাছিৰ কৰিব। দুপৰৰ ৰ'দ নকমালৈকে,—যেতিয়ালৈকে নৈৰ মৃদু বতাহ পাই ভেৰাবোৰ শুই নপৰে, তেতিয়ালৈকে তুমি সৌ গছজোপাৰ তলত লুকাই থাকা। সিহঁত যেতিয়া শুই পৰিব, একেবাৰে, তেতিয়া সৌ জোপোহাবোৰৰ মাজত চাবা,—সিহঁতৰ সোণবৰণীয়া নোমবোৰ গছে-পাতে ওলমি থকা দেখিবলৈ পাবা। সেইবোৰ গোটাই আনিলেই হব।"

এইদৰেই সেই দয়াশীল খাগৰিডালে ছাইকীক কেনেকৈ আগন্তুক বিপদৰপৰা নিৰাপদ হব লাগে, জনালে। দুপৰীয়াৰ মৃদু বতাহ পাই নৈৰ পাৰে পাৰে ভেৰাবোৰ শুই পৰিল,—কোমল ঘাঁহেৰে পেট ভৰাই, তৃপ্তিৰে। ভেৰাবোৰ শুই পৰাৰ লগে লগে জোপোহাবোৰৰ ডালে পাতে লাগি থকা সোণবৰণীয়া নোমবোৰ বুটলি লৈ, কোঁচ ভৰাই, ছাইকী ভেনাছৰ কাষ চাপিলহি।

এইবাৰো তেওঁৰ উদ্দেশ্য ব্যৰ্থ হোৱা দেখি খঙত ভেনাছ জুনাই একো-নাই হ'ল। "মই বঢ়িয়াকৈ বুজিছোঁ,—তই এইবাৰো আগৰ দৰে কাৰোবাৰ লগত মোৰ উদ্দেশ্যৰ বিপক্ষে ষড়যন্ত্ৰত লিপ্ত হৈছ।" এই বুলি আকৌ চুলিকোছাত ধৰি এনুৰৰপৰা সিমূৰলৈ গোটেই কক্ষটো চোঁচোৰাই লৈ ফুৰিবলৈ ধৰিলে,—যেনিবা মাছমৰীয়াৰ এখন নাওহে। "ৰ, এইবাৰ তোক কোনে ৰক্ষা কৰে চাওঁ। তোৰ সাহস আৰু ধৈৰ্যৰ আকৌ পৰিচয় লম,—বুজিছ? সৌ ওখ পৰ্বতৰ টিঙটো দেখিছ নে? তাতে ঘন ক'লাপানীৰ এখন অতি গভীৰ নৈ আছে। এই নৈখন পাতালপুৰীলৈকে বৈ গৈছে। যা, সৌ ৰূপৰ পাত্ৰটো লৈ যা। তাৰ শেষ বিন্দুৰপৰা মোলৈ একপাত্ৰ বৰফ-চেচাঁ পানী আনগৈ,--এই মাত্ৰ।" এই বুলি ছাইকীক আকৌ পাত্ৰটো দেখুৱাই দিলে। "যদিহে নোৱাৰ, তেন্তে তোক মই কি শাস্তি দিম জান নে?" এই বুলি কৈ কি কি শাস্তি বিহিব, সেই কথাযাৰো দুই-এটা উদাহৰণেৰে বুজাই দিলে।

ছাইকী গ'লগৈ। যৌৱনৰ যেন সকলো উদ্দাম তৰঙ্গমালা ক্ৰমাৎ নিঃশেষ হৈ আহিছে। মনটো অসহনীয়ভাৱে ভাগৰি পৰিছে। এনেকৈ এটা ক্লান্ত মন লৈ আৰু কিমান ঘূৰিব? এনেকৈ কঠোৰ নিৰ্যাতন আৰু কিমান সহিব? গোটেই শৰীৰটোতে কি যে এক মাৰাত্মক বেদনা। তথাপিতো ক'তা স্বামীৰ যে অকণো সঁহাৰি নাই। লেশমানো ইঙ্গিত নাই। ছাইকীয়ে জানিছিল,—আজি তেওঁ অকৃতকাৰ্য হ'ব। এনে দুঃসহ দায়িত্ব পালন, কাৰো কাৰণে সম্ভৱপৰ নহয়। ছাইকী এজনী সাধাৰণ ছোৱালীহে। প্ৰাসাদটোৰপৰা মনে মনে বিদায় লৈ ছাইকী গ'লগৈ,—সেই



পৰ্বতৰ টিঙটোলৈ। আজি তেওঁৰ জীৱনৰ পৰিসমাপ্তি ঘটিব,—সকলো মধুৰ স্বপ্নৰ অৱসান ঘটিব। মানুহে সপোন দেখে কিয়? ভগৱানৰ শ্ৰেষ্ঠ সৃষ্টি মানুহ জানো বলিয়া?

ছাইকীয়ে আজি আত্মহত্যা কৰিব। দুখভৰা জীৱনটোৰ আজি পৰিসমাপ্তি ঘটিব,—মৃত্যু, মৃত্যুই কেৱল সত্য। জীৱন মিছা। বৃথা। ছাইকী আজি দৃঢ়প্ৰতিজ্ঞ,—আত্মহত্যা কৰিবই। পৰ্বতৰ ওখ টিঙটোত থিয় হৈ ছাইকীয়ে মৃত্যুৰ স্বপ্ন দেখিছে। আকাশ-স্পৰ্শী পৰ্বতৰ শিখৰটো,—ইয়াৰ বুকুৰপৰাই ভীষণ শব্দ কৰি নৈ এখন চকুৰে মনিব নোৱাৰা তললৈ নামি গৈছে। দেখিলেই গাৰ নোম ডাল ডাল হয়। এইদৰে শিলে শিলে খুন্দিয়াই বৈ গৈ নৈখন সুদূৰপ্ৰসাৰী উপত্যকা এখনত জাহ যোৱা যেন লাগে,—দৃষ্টিৰ অগোচৰত। নৈৰ বুকুত ভালেমান অতিকায় হিংস্ৰ জীৱ-জন্তু। তাৰে কিছুমান পানীত ওপঙি ফুৰিছে। মাজে মাজে কদাকাৰ বৃহৎ মূৰকেইটা উলিয়াই ভুমুকি মাৰি চায়,—দেখিলেই গাত কঁপনি উঠে। আন কিছুমানে আকৌ পানীৰ মাজৰ বৰ বৰ শিল কেইচটাৰ ওপৰত উঠি ৰ'দ পুৱাইছে। নৈখনৰ প্ৰত্যেকটো গোঁজৰণিয়েই যেন একোটা সংকেত বাণী: "পলা, ইয়াৰপৰা এতিয়াই পলা। তোক ইয়াত কি লাগে? আৰু পলম নকৰিবি,—মৃত্যুৰ আহ্বান শুনিছ নে নাই?" এপিনে দুৰ্জয় কামটোৰ কথা, আনপিনে মৃত্যু-তৃষা, জীৱনৰ ওচৰত পৰাজয়,—এনে তৰহৰ নানা সংঘৰ্ষকামী অনুভূতিৰ সানমিহলিত ছাইকীৰ নিজকে শিলা হৈ যোৱা যেন লাগিল। মনৰপৰা সকলো চিন্তা কৰিব

পৰা শক্তি তেওঁৰ অন্তৰ্ধান হ'ল। ছাইকীয়ে আনকি কান্দিবলৈকো পাহৰি গ'ল।

এনেতে সেইপিনে উৰি গৈছিল দেৱ-ৰাজ জ'ভৰ বিৰাট পখীটো। তাৰ সোণবৰণীয়া পাখিবোৰ ৰ'দৰ পোহৰত তিৰবিৰাই উঠিছিল। তাৰ জলমলনিৰ প্ৰতিফলনত ওচৰৰ অন্ধকাৰময় গিৰি গুহা জিলমিলাই উঠিছিল। এনেতে তাৰ চকুত পৰিল,—পৰ্বতৰ উচ্চতম শিখৰত দেৱী-প্ৰতিম অনুপম এগৰাকী যুৱতী। মনে মনে "অনু-পম, অনু-পম" বুলি আওৰাই সি যুৱতীগৰাকীৰ কাষ চাপি আহিল। আহিয়েই দেখে ছাইকী,—ছাইকীৰ বিষয়ে ইতিমধ্যে সকলো কথা সি শুনিছে। দেখিয়েই তাৰ মৰম লাগি গ'ল: "তুমি জানো পাৰিবা? পাত্ৰটো মোক দিয়া, আই। মই আনি দিওঁ। এইখন বৰ নিষ্ঠুৰ নৈ, আই। মানুহৰ কথা দূৰতে থাওক, আনকি দেৱতাসকলেও ইয়াৰ জল-বিন্দু স্পৰ্শ কৰিব নোৱাৰে। ইমান পবিত্ৰ এই নৈখন। সংকোচ নকৰিবা, —দিয়া, পাত্ৰটো মোক দিয়া।" এটা সাধাৰণ চৰাইৰ মৰম দেখি ছাইকী অভিভূত হ'ল। যি অনুকম্পা দেৱতাৰ হৃদয়ত নাই, সেই অনুকম্পা চৰাইৰ অন্তৰত আছে। ভাবি ভাবি ছাইকী তন্ময় হৈ গ'ল।

ৰূপৰ পাত্ৰটো বুকুত সাৱটি চৰাইটো উৰা মাৰিলে,—নৈৰ বুকুলৈ। তাক দেখি অতিকায় জন্তুবোৰৰ মহা উল্লাসৰ সৃষ্টি হ'ল। তাৰ গতিক লক্ষ্য কৰি, লোলুপ দৃষ্টিৰে, এই ভয়ঙ্কৰ জন্তুবোৰ সাঁতুৰিবলৈ ধৰিলে,—চৰাইটোক গ্ৰাস কৰিবই লাগিব। শিলৰ



ওপৰত ৰ'দ লৈ থকা জন্তুবোৰো পানীত নামি পৰিল। নৈখনে চৰাইটোৰ দুঃসাহসিকতা দেখি গুঁজৰি উঠিল,—কাষ চাপি নাহিবলৈ বাৰে বাৰে তাক সতৰ্ক কৰি দিলে। ইয়াত বিপদ আছে। উপায় নাই। সেইবুলি চৰাইটো পৰাজয় স্বীকাৰ কৰা বিধৰ নহয়। অনুপম সৌন্দৰ্যৰ যুৱতী এগৰাকীৰ আগত এইদৰে পৰাজয় স্বীকাৰ কৰাতকৈ মৃত্যুৱেই শ্ৰেয়। এনেতে অকস্মাৎ তাৰ মগজুত এটা বুদ্ধি উপস্থিত হ'ল। সি নিজকে দেৱী ভেনাছৰ প্ৰধান ভৃত্য বুলি নৈখনক চিনাকি দিলে। লগতে ভেনাছৰ আদেশ মানিহে তালৈ আহিছে বুলিও জনালে। কথা শুনি নৈখন শান্ত হ'ল। তাক আৰু বাধা নিদিলে। অতিকায় জন্তুবোৰক মিছাতে অতপালি নকৰিবলৈকো আদেশ দিলে। পাত্ৰ ভৰাই পানী আনি সি ছাইকীক দিলে,—বৰফ-চেঁচা পানী। চৰাইটোক অভিনন্দন জনাই ছাইকী দ্ৰুত গতিৰে ভেনাছৰ কাষ পালেহি।

ইমান বিপদৰ সন্মুখীন হৈও মাতৃ ভেনাছৰ তেওঁ মন যোগাব নোৱাৰিলে,—কি দুৰ্কপাল। এই পৰীক্ষাৰ শেষ ক'ত? ইয়াতোকৈ তীক্ষ্ণ অস্ত্ৰ এপাট তুলি লৈ তেওঁক যদি হত্যা কৰিলেহেঁতেন, সেয়ে ছাইকীৰ কাৰণে শান্তিৰ পাৰাবাৰ হলহেঁতেন। দিন নাই, ৰাতি নাই,—এনেকৈ আৰু কিমান নিৰ্যাতন সহিব? ছাইকী এজনী সাধাৰণ তেজ-মঙহৰ ছোৱালীহে। মৌন হৈ এনেদৰে তাইক চিন্তা কৰি থকা দেখি, ওঁঠ দুটা কামুৰি কামুৰি ভেনাছ আকৌ গুঁজৰি উঠিল; "তই,—তই এজনী যখিনী। যখিনীয়ে পাই মোৰ অজলা ল'ৰাটো বলিয়া কৰিলে। এই যখিনী নহলে, মোৰ

প্ৰত্যেকটো কঠোৰ আদেশ এনেকৈ পালন কৰিব কেনেকৈ ? যা এতিয়া, নিখাতী কন্যা হৈ থাকিব নালাগে। এই পাত্ৰটো ল। পাতালপুৰীলৈ যা। তাত দেৱী প্ৰ'জাৰপাইনক লগ পাবি। মোৰ কথা কবি। এইদৰে কবি,—পৰম আৰাধ্যা, যৌৱন আৰু সৌন্দৰ্যৰ প্ৰতীক মাতৃ ভেনাছ দেৱীয়ে আপোনাৰ ওচৰত মিনতি জনাইছে, আপোনাৰ অক্ষয়, অনন্ত ৰূপ-জ্যোতিৰ এধানমান দিনটো জোৰাকৈ তেওঁক দিবলৈ। মোৰ হাতত এই স্বৰ্ণ-পাত্ৰটো দি পঠাইছে। ইয়াতে ভৰাই বন্ধ কৰি দিলেই হব। আৰু কবি,—অসুস্থ ল'ৰাটোক দিনে নিশাই সুশ্ৰূষা কৰোঁতে মাতৃ ভেনাছৰ স্বাভাৱিক সৌন্দৰ্য মোলান পৰি গৈছে। যা, সোনকালে আহিবি। আজি সন্ধিয়া স্বৰ্গ-ৰাজ্যত বিদ্যাধৰসকলে এখন অভিনয়ৰ যোগাৰ কৰিছে। তালৈ মই যেনেতেনে যাব লাগে। সুন্দৰ নৃত্য-গীতৰ আয়োজন হৈছে।"

ছাইকীৰ অন্তৰত আকৌ ধুমুহাৰ সৃষ্টি হ'ল,—তেন্তে তেওঁ এতিয়াও অসুস্থ ? মই যে কি পাগলী। স্বামীৰ অন্তৰ উপচি পৰা মৰমক মই অস্বীকাৰ কৰিলোঁ। যি মৰম পাবৰ কাৰণে লেশমানো মই উপযুক্ত নহওঁ। হে ভগৱান, তেওঁক সোনকালে আৰোগ্য কৰা। মোৰ শাস্তি উপযুক্ত হৈছে। মই আৰু আক্ষেপ নকৰোঁ। মোক জীয়াই থাকিবলৈ দিয়া,—মোৰ কাৰণে নহয়, মোৰ স্বামীৰ কাৰণে। স্বামীৰ অপৰূপ দান মোৰ এই গৰ্ভৰ সন্তানটোৰ কাৰণে।

ছাইকী আকৌ ওলাল,—এইবাৰ পাতালপুৰীলৈ যাব, প্ৰ'জাৰ-



পাইনৰ ওচৰলৈ। কিন্তু ই যে কি দুঃসাধ্য কাম। মানুহৰ পক্ষে ই সম্ভৱ নহয়। অসম্ভৱ কথা। এইবাৰ যে মৃত্যু সুনিশ্চিত, সেই বিষয়ে ছাইকী নিঃসন্দেহ হ'ল। সৌন্দৰ্য অনাৰ ছলেৰে তেওঁক মৃত্যুৰ মুখলৈহে হেঁচুকি পঠোৱা হৈছে,—এই বিষয়ে সন্দেহ নাই। ছাইকী ওলাই গ'ল,—মন্থৰ গতি। পাছৰপৰা ভেনাছৰ মৃত্যুসদৃশ কণ্ঠস্বৰ কাণত পৰিল ঃ "এই যখিনী, বেগাই খোজ নিদিয় কিয় ? কেনেবাকৈ মোৰ অভিনয়লৈ যোৱাত যদি পলম হব লগা হয়, তোৰ জীৱ আৰু মই নথওঁ।" ছাইকীৰ কৈ দিবৰ মন গ'ল ঃ "নালাগে থব। তাৰ আগতে মই নিজেই জীৱন শেষ কৰিম। তোমাৰ সেই সুকোমল হাত দুখন মোৰ কেঁচা তেজেৰে ৰাঙলী কৰিব নালাগে,—বুজিছা ?" এইদৰে মনতে ভাবি ছাইকী দূৰৰ স্তম্ভ এটাৰ ফালে অগ্ৰসৰ হ'ল। বৰ ওখ স্তম্ভ। তাৰ ওপৰৰপৰা জঁপিয়াই তেওঁ মৃত্যুক আঁকোৱালি লব,—ইমান কষ্ট, ইমান নিৰ্যাতন এনেদৰে নীৰৱে সহ্য কৰি থকাতকৈ মৃত্যুৱেই শ্ৰেয়।

চকু দুটা মুদি ছাইকী আত্মহত্যা কৰিবলৈ প্ৰস্তুত,—এনেতে স্তম্ভটোৱে মাত মাতি উঠিল। এইদৰে স্তম্ভটোক বাঙ্ময় হোৱা দেখি ছাইকী আচৰিত হৈ গ'ল। "কিয় আত্মহত্যাৰ কথা ভাবিছা ? মনৰ সংযম কিয় বাৰু তুমি এনেকৈ হেৰুৱাইছা ? মনটো এনেকৈ উচাটন হবলৈ নিদিবা। ধৈৰ্য ধৰা। এইটোৱেই তোমাৰ শেষ পৰীক্ষা। এই পৰীক্ষাৰ আগত কিয় পৰাভৱ স্বীকাৰ কৰিবলৈ ওলাইছা ? মৃত্যু মানে পাতালপুৰী প্ৰৱেশ। তাৰপৰা যে তুমি দুনাই উলটি আহিব নোৱাৰিবা। মোৰ কথা শুনা।

পাতালপুৰী সোঁ শৰীৰে প্ৰবেশ কৰাটোহে উচিত হব। তাৰ উপায় মই দিওঁ, শুনা। লেছিডেইমন বোলা চহৰখন ইয়াৰপৰা সৰহ দূৰ নহয়। তাতে অৰণ্যৰ মাজত ভিছ বোলা এটা পাতাল-পথ আছে। কোনো নৰ-মনিষে তাত কেতিয়াও ভৰি দিয়া নাই। সেই পথেদি গৈ থাকিলে তুমি নাকৰ পোনে পোনে এটা বাট পাবা। সেই বাটৰ মূৰতেই হৈছে অ'ৰকাচৰ প্ৰাসাদ। এটা কথা,—পাতালপুৰীলৈ যাওঁতে কেতিয়াও শুদা হাতেৰে নাযাবা। এয়া লোৱা,—দুইখন হাততে দুখন পিঠা নিবা। মুখত এই দুটা মুদ্ৰা। সেই বাটেদি কিছু দূৰ যোৱাৰ অন্তত পিঠিত এবোজা শুকান খৰিৰে সৈতে এটা লেঙেৰা গাধ লগ পাবা। তাৰ গৰাকীটোও লেঙেৰা। তোমাক সি গাধটোৰ পিঠিৰপৰা সৰি পৰা খৰি একোছা বুটলি দিবলৈ কব। সি যিমানেই কাকুতি-মিনতি নকৰক, তুমি মুখেৰে একো নামাতিবা। নীৰৱে আগ বাঢ়ি যাবা। আৰু অলপ গৈয়েই বৈতৰণী নৈখন পাবা। সেইখিনি পোৱাৰ লগে লগে নাৱৰীয়াটোৱে আগতীয়াকৈ তোমাৰপৰা নাৱৰ ভাড়া বিচাৰিব। তেহে তোমাক সি পাৰ কৰিবলৈ মান্তি হব। মৃতাত্মাৰ মনতো লোভ আছে। গতিকে সাৱধান। তুমি এই ডাঢ়িয়ে গোঁফে ভোবোকাৰ নাৱৰীয়াটোক ইয়াৰ এটা মুদ্ৰা দিবা। আনটো সাঁচি থবা। আৰু এটা কথা মনত ৰাখিবা। মুদ্ৰাটো হাতে হাতে নিদিবা। তোমাৰ মুখৰপৰা তাক উলিয়াই নিবলৈ দিবা। নহলে নিদিবা। নৈৰ মাজ পোৱাৰ লগে লগে এটা মৰা শ ওপঙি থকা দেখিবা। সি তাৰ প্ৰায় জহি যোৱা কুৎসিত হাতখন দাঙি তাকো নাৱত তুলি লবলৈ তোমাক অনুৰোধ জনাব। তাৰ কাকুতি-মিনতিত



কেতিয়াও ভোল নাযাবা। ভুলতো তাক নাৱত তুলি নলবা। ইয়াৰ পিছত নৈ পাৰ হৈ গৈ থাকোঁতে বাটত তাঁত বৈ থকা কেইজনীমান বুঢ়ী পাবা। সিহঁতে তোমাক সহায় কৰি দিবলৈ অনুৰোধ জনাব। তুমি কিন্তু কেতিয়াও তাঁতখন নুছুবা। ছুলেই বিপদ। এইবোৰ ভেনাছে তোমাৰ বিপক্ষে পাতি থোৱা দুৰভিসন্ধিৰ জাল—বুজিছা? ইয়াৰ পিছত বিৰাট এটা তিনি মূৰীয়া কুকুৰ পাবা। সি তোমাক দেখিয়েই খাওঁ খাওঁকৈ খেদি আহিব। তুমি ভয় নাখাবা। সি নাকামোৰে। হাতৰ পিঠা এখন দি তাক সৈমান কৰিবা। সি মনে মনে থাকিব। এইবোৰ বাধা-বিঘিনি অতিক্ৰম কৰি তুমি অৱশেষত প্ৰ'জাৰপাইনৰ প্ৰাসাদত উপনীত হবা। তেওঁ তোমাক আদৰ-সম্ভাষণ জনাই বহিবলৈ দিব। নানা ব্যঞ্জনেৰে ভোজ-ভাত খাবলৈ দিব। এইখিনিতে সাৱধান কিন্তু। সুসজ্জিত আসন এখনত বহিবলৈ তোমাক অনুৰোধ কৰিব। তোমাৰ নিচিনা অপূৰ্ব সুন্দৰী যুৱতী এগৰাকী তাত বহিলেহে শোভা পাব,—এই বুলিও কব। তুমি কিন্তু নুশুনিবা। ওচৰৰে তেনেই সাধাৰণ আসনখনত বহি পৰিবা। ভোজ-ভাত নাখাবা। সাধাৰণ ৰুটি এডোখৰ হলেই হব বুলি, তাকেই খাবা। সকলো কথাতে সাৱধান কিন্তু। নহলেই মৃত্যু সুনিশ্চিত। ইয়াৰ পিছত তোমাৰ আগমনৰ কাৰণ কবা। তেওঁ যিহকে দিয়ে তাকে লৈ উলটি আহিবা। যিটো বাটেদি গৈছিলা, সেইটো বাটেদিয়েই উলটি আহিবা। বাটৰ কুকুৰটোক সিখন পিঠা দিবা। নাৱৰীয়াটোক ইটো মুদ্ৰা। আৰু এটা কথা। এই বিষয়ে তোমাক মই বিশেষভাৱে সতৰ্ক কৰি দিয়াটো উচিত হব। হাতৰ এই পাত্ৰটো,—ইয়াৰ

ঢাকনিখন দাঙি প্ৰ'জেৰপাইনেনো কি দিছে, কেতিয়াও চাবলৈ যত্ন নকৰিবা। বৰ বিপদ আছে।"

এইদৰেই স্তম্ভটোৰ সতৰ্ক-বাণী শিৰোগত কৰি, হাতত পিঠা আৰু মুখত মুদ্ৰা লৈ, ছাইকী পাতালপুৰীৰ বাটটোৱেদি যাবলৈ ধৰিলে। বাটত খোঁৰা গাধটো পালে। লেঙেৰা মানুটোও। তাৰ কথালৈ কাণ নিদি নীৰৱে পাৰ হৈ গ'ল। সেই নাৱৰীয়াটো পালে। তাক মুখৰপৰা মুদ্ৰা এটা লবলৈ দি তেওঁ নাৱত উঠিল। পানীৰ মাজৰ মৰা শটোৱে হাতখন দাঙি নাৱত তুলি লবলৈ কাকুতি-মিনতি কৰিলে। তাকো নীৰৱে পাৰ হৈ গ'ল। বাটত তাঁত বৈ থকা বুঢ়ী কেইজনী পালে। তাইহঁতৰ কথালৈও মন নিদিলে। ইয়াৰ পিছত তিনিমূৰীয়া ভয়ঙ্কৰ কুকুৰটো পালে। তাক হাতৰ পিঠা এখন দি শান্ত কৰিলে। এইদৰে প্ৰত্যেকটো বাধা-বিঘিনি, প্ৰত্যকখন হেঙাৰ পাৰ হৈ ছাইকী প্ৰ'জাৰপাইনৰ প্ৰাসাদ পালেহি। যদিও সুসজ্জিত আসনত বহিবলৈ, আৰু সুস্বাদু আহাৰ খাবলৈ অনুৰোধ জনোৱা হ'ল, তথাপি তেওঁ সাধাৰণ আসনতে বহিল আৰু সাধাৰণ আহাৰকে খালে। তাৰ পিছত ভেনাছৰ অনুৰোধটোৰ কথা প্ৰকাশ কৰিলে। তৎক্ষণাৎ প্ৰ'জাৰ-পাইনে পাত্ৰটো ভিতৰলৈ নি, বন্ধ কৰি আনি, ছাইকীৰ হাতত দিলে। বিদায় সম্ভাষণ জনাই ছাইকী প্ৰাসাদটোৰপৰা ওলাই আহিল। বাটত কুকুৰটোক বাকী থকা পিঠাখন আৰু নাৱৰীয়া-টোক মুখৰ মুদ্ৰাটো দি, আহি আহি, পাতালপুৰীৰ এন্ধাৰ এৰি ৰাজ-আলিৰ পোহৰ পালেহি।



লবালৰিকৈ পাত্ৰটো আনি ভেনাছক দিব লাগে। তথাপি পাত্ৰটোৰ ঢাকনিখন দাঙি ভিতৰতনো কি আছে চোৱাৰ লোভ ছাইকীয়ে সামৰিব নোৱাৰিলে। "মই যে কি মূৰ্খ। মোৰ হাতৰ মুঠিতে কি অনুপম দৈৱিক সৌন্দৰ্য,—আনৰ শোভাবৰ্ধনৰ কাৰণে মই কঢ়িয়াই লৈ আহিছোঁ। কিন্তু তাতে এধানমান নিজে লোৱাৰ কথা মই ভবা নাই। এধানমান এই দৈৱিক সৌন্দৰ্যৰ প্ৰভাৱত মোৰ স্বামীক কিজানি মই ঘূৰাই পাওঁয়েই।" এই বুলি ছাইকীয়ে পাত্ৰটো বুকুৰ মাজত সাৱটি ললে। লাহে লাহে ঢাকনিখন মেলি দিলে। মেলি দিয়াৰ লগে লগে তেওঁ আচৰিত হৈ গ'ল। ক'তা,—ইয়াতো তেনে কোনো দৈৱিক সৌন্দৰ্য নাই। আছে মাথোন পাতালপুৰীৰ মৃত্যুসদৃশ গভীৰ নিদ্ৰা। ছাইকীৰ সৰ্বদেহ আগুৰি এক মোহময় নিদ্ৰা ব্যাপ্ত হৈ পৰিল। বাটৰ কাষতে অৱশ অৱস্থাত তেওঁ ঢলি পৰিল। অলৰ-অচৰ এটা মৃত-দেহহে যেন। ভেনাছৰ চক্ৰান্ত শেষ মুহূৰ্তত কৃতকাৰ্য হ'ল।



তিমধ্যে কিউপিডৰ শৰীৰ আৰোগ্য হৈছে। আজি ভালেমান দিনৰ জিৰণিৰ অৱশেষত তেওঁৰ শৰীৰ কিছুদূৰ পুষ্ট হৈ পৰিছে। তেওঁৰ কক্ষৰ বাহিৰ-দুৱাৰত কপাট দিয়া। উপায় নাই। আনপিনে ছাইকীৰ চিন্তাই তেওঁক জুৰুলা কৰিছে। পাটীত পৰি তেওঁ মাথোন একেটা কথাকে ভাবিছে। ছাইকী ক'ত? তেওঁৰ বা কি অৱস্থা হৈছে। আজি ছাইকীজনী

ওচৰত থকা হলে,—এই অসুস্থ অৱস্থাত তেওঁৰ উপচি পৰা ৰূপ-যৌৱন নিৰীক্ষণ কৰি মোৰ মনে কিমান শান্তি পালেহেঁতেন। মোৰ ওচৰতে বহি ছাইকীজনীয়ে মূৰৰ চুলিত, কপালত তেওঁৰ সেই অনুপম হাতৰ আঙুলি কেইটা বুলাই দিলেহেঁতেন।

কিউপিড অস্থিৰ হৈ পৰিল। কক্ষৰ খিড়িকীখন মেলি, সেইপিনে-দিয়েই সৰকি তেওঁ বাহিৰ ওলাই আহিল, প্ৰাণসম ভাৰ্যাৰ অন্বেষণত। আকাশত উঠিয়েই চকুত পৰিল বাটৰ কাষত প্ৰায় মৃত অৱস্থাত ছাইকী। কিউপিড কাষ চাপি আহিল। সেই অনন্ত ৰূপ-যৌৱনত লেশমানো ক্ষতি হোৱা নাই। একেদৰেই আছে। কেৱল বেদনা-ম্লান মুখখন। ইমান সুন্দৰ। গাৰ ভাঁজে ভাঁজে কলা পৰি থকা কিছুমান আঘাতৰ চিন। সেই চিনবোৰ দেখি কিউপিডৰ চকুৰেদি ধাৰাসাৰে পানী ববলৈ ধৰিলে। "মই নিষ্ঠুৰ, মই নিষ্ঠুৰ" শব্দ কেইটা তেওঁৰ কব নোৱাৰাকৈয়ে মুখৰপৰা ওলাই পৰিল। "ছাইকীজনী,—কি সুন্দৰ যে গাৰ ৰঙটো। এয়া যে কেঁচা হালধি বৰণ।"

ভৰিৰ আঙুলিৰপৰা মূৰৰ চুলিলৈকে ছাইকীৰ গোটেই গাটোতে তেওঁ হাত বুলাবলৈ ধৰিলে। আঙুলিৰ মূৰত পাতালপুৰীৰ নিদ্ৰাৰ কণিকাবোৰ লাগি আহিল। গোটেই গোটোৰপৰা এইদৰে নিদ্ৰাৰ কণিকাবোৰ বুটলি আনোতে তেওঁৰ যথেষ্ট সময় লাগিল। অৱশেষত বুটলি অনা হলত সকলোখিনি সামৰি সুতৰি পুনৰ পাত্ৰটোত ভৰাই থলে। তাৰ পিছত পাখি-লগা কাঁড় এডাল উলিয়াই লাহেকৈ ছাইকীৰ বুকুৰ মাজত বিন্ধি দিলে। ছাইকী



জাগি উঠিল। কাষৰত মিঠা হাঁহিৰে মুখ সেমেকি থকা স্বামীক দেখি তেওঁ অবাক হৈ গ'ল। ফাটি ছিৰিলি ছিৰিলি হোৱা কাপোৰখন ইপিনে আজোৰে, সিপিনে আজোৰে,—ক'তো নৰয়।

লাজ লাজ কৰি থকা ছাইকীৰ হাতখন কিউপিডে নিজৰ হাতত লৈ তুলি ললে। "মোৰ সোণ, মোৰ সোণ। এতিয়া একো নকওঁ দেই। চোৱা, দ্বিতীয় বাৰৰ কাৰণে তোমাৰ মনটোৱে কি বিপদত পেলাইছিল। তুমি এতিয়া লৰালৰিকৈ মোৰ মাতৃৰ আদেশ পালন কৰা। বাকীখিনি কাম মই যথাসময়ত কৰিম।" এইবুলি কৈ কিউপিড আঁতৰি আহিল। ছাইকী লৰালৰিকৈ ভেনাছৰ ওচৰ পালেগৈ,—হাতত সেই ৰূপৰ পাত্ৰটো। মনত ৰামধেনুৰ ৰং,—সাতবৰণীয়া।



উপিডৰ মনটো প্ৰণয়-দীপ্ত হৈ উঠিল। তেওঁ আকাশ-লৈ উৰা মাৰি একেবাৰে দেৱ-ৰাজ জ'ভৰ প্ৰাসাদ পালেগৈ। তেওঁৰ লগত সাক্ষাৎ কৰি সকলো কথা বিবৰি কলে। কথা শুনি কিউপিডৰ গালত মৰমৰ এটা চৰ মাৰি দেৱৰাজ জ'ভে কলে: "দুষ্ট ল'ৰা। মোক আগতে কোৱা নাছিলা কেলৈ? মই সকলো দিহা কৰি দিলোহেঁতেন নহয়। তোমাৰ ওপৰত মোৰ অৱশ্যে এটা খং আছে। তুমিতো মোক কেতিয়াও বয়সৰ সম্মান দেখুৱা নাই। তোমাৰ যেতিয়াই দুষ্টামি কৰিবলৈ মন যায়, তেতিয়াই মোৰ অন্তৰত প্ৰণয়-বাণ নিক্ষেপ কৰি মোক জ্বলাকলা

কৰা। তাৰফলত মৰ্তলোকলৈ গৈ মই কিমানবোৰ যে দেৱতাৰ কাৰণে অসম্মানজনক কাম কৰিবলৈ বাধ্য হৈছোঁ,—সেইবোৰ কথা তুমি জানাই। তথাপি তোমাক মই সদায়েই মৰমৰ চকুৰে চাই আহিছোঁ। এইবোৰ ডেকা ল'ৰাৰ উদ্ভণ্ডালি বুলি নীৰৱে সহি আহিছোঁ। এতিয়া তোমাক বাৰু যেনেকৈয়ে লাগে, তেনেকৈয়ে সহায় কৰিম। চিন্তা নকৰিবা। কিন্তু ইয়াৰ প্ৰতিদান স্বৰূপে তুমি মোক এটা উপহাৰ দিব লাগিব,—এটা বাছকবনীয়া বস্তু। মই চাই থৈছোঁ। এতিয়া বাৰু নকওঁ।"

এইদৰে কিউপিডক আশ্বাস দি তৎক্ষণাৎ তেওঁ মাৰ্কাৰীক আদেশ কৰিলে,—স্বৰ্গ-ৰাজ্যৰ কেন্দ্ৰীয় মঞ্চত আজি সন্ধিয়া বিৰাট এখন ৰাজ-সভা হব, তাত যাতে সকলো দেৱ-দেৱী উপস্থিত থাকে,—এইবুলি ঘোষণা কৰিবলৈ। কোনোবা যদি অনুপস্থিত থাকে, তেন্তে তেওঁ দহ হেজাৰ মুদ্ৰা ভৰিব লাগিব।

সন্ধ্যা জাননী দিয়াৰ দৰেই ৰাজ-সভা বহিল। তালৈ সকলো দেৱ-দেৱী আহিল। কেন্দ্ৰীয় মঞ্চটো ভৰি পৰিল। দহ হেজাৰ মুদ্ৰা ভৰাতকৈ উপস্থিত থকাই ভাল বুলি সকলো আহিল। যথাসময়ত দেৱ-ৰাজ জ'ভে ঘোষণা কৰিলেঃ "তোমালোকে জানা, সৰুৰেপৰা এই ডেকা ল'ৰাটোক মই কিমান মৰম কৰি আহিছোঁ। প্ৰায় নিজ হাতে তাক তুলি তালি ডাঙৰ কৰিছোঁ বুলিব লাগে। বৰ্তমান মই ইয়াক এডাল হেঙাৰ দিব খুজিছোঁ। নহলে ইয়াৰ উদ্ভ্ৰান্ত কাৰ্য-কলাপে আমাৰেই অখ্যাতি আনিছে। মৰ্ত্যলোকত ইয়াৰ কাৰ্য-কলাপ লৈ তীব্ৰ সমালোচনা হৈছে।



গতিকেই ইয়াৰ বিবাহ-বন্ধনৰ প্ৰয়োজন হৈছে। ই এজনী গাভৰুৰ প্ৰণয়-পাশত ইতিমধ্যে আসক্ত হৈছে। তাইৰ লগতে ইয়াৰ বিবাহ-কাৰ্য সমাধা হওক। ছোৱালীজনী তোমালোকে দেখা নাই। তাই অনিন্দ্য সুন্দৰী। ইহঁতৰ দাম্পত্য প্ৰেম যাউতি-যুগীয়া হওক।" এইবুলি জ'ভ বহি পৰিল। এনেতে ৰাজ-সভাত কোলাহল লাগি গলঃ "কোনজনী ছোৱালী? তাইৰ নাম কি? নাম কি?" ইত্যাদি প্ৰশ্নৰে সভা-ঘৰ উপচি পৰিল। তাত উপস্থিত থকা সুন্দৰীসকলৰ ভালেমানে,—কেতিয়াবা কাৰোবাৰফালে চাই এবাৰো যদি কিউপিডে মিচিকিয়াই হাঁহিছিল, মনতে "ময়েই কিজানি, ময়েই কিজানি" বুলি ভাবিবলৈ ধৰিলে।

দেৱ-ৰাজ জ'ভ আকৌ আসন এৰি উঠিল। "চিন্তা নকৰিবা। মই তোমালোকৰপৰা নামটো কেতিয়াও লুকাই নথওঁ। কম। ইমান অধৈৰ্য হৈছা কেলৈ?" এইবুলি ভেনাছক সম্বোধন কৰি তেওঁ কবলৈ ধৰিলেঃ "আইদেউ, তুমি হতাশ নহবা। তাই মৰ্ত্যৰ এজনী সাধাৰণ ছোৱালী যদিও তাইতকৈ সুন্দৰী ছোৱালী ইয়াত কোনোবা আছে নে? তাইতকৈ বিশুদ্ধ চৰিত্ৰা ছোৱালী ইয়াত কোনোবা আছে নে? তাইৰ লগত বিবাহ-বন্ধনে কেতিয়াও তোমাৰ বংশ-মৰ্যাদা ক্ষুণ্ণ নকৰে। যাতে এই বিবাহ-সম্বন্ধ বিধি-সম্মত হয়, তাৰ কাৰণে সকলো ব্যৱস্থা মই গ্ৰহণ কৰিম। তুমি চিন্তা নকৰিবা। অ' ছোৱালীজনীৰ নামটো কবলৈ মই পাহৰিছোঁৱেই। তাইৰ নাম ছাইকী।" এইবুলি জ'ভ বহি পৰিল।

ইয়াৰ পিছত নানাবিধ বাদ্য-যন্ত্ৰৰ মূৰ্চ্ছনাত সভা-ঘৰ মুখৰিত হ'ল। বিবাহ-বাহৰ সাজ-সজ্জা কৰাত ভৃত্যবৃন্দ ব্যস্ত হৈ পৰিল। মাৰ্কাৰীকততালিকে সজাই পৰাই কন্যাৰ সাজত ছাইকীক তালৈ আনিবলৈ আদেশ দিয়া হ'ল। সজাই পৰাই উলিয়াই আনিবলৈ লগতে স্বৰ্গ-ৰাজ্যৰ কেইগৰাকীমান দেৱ-কন্যাকো পঠোৱা হ'ল। যথাসময়ত ছাইকী বিবাহ-মণ্ডপত উপনীত হ'লহি। ওখ। লাহী। ককাল খামুচীয়া। আয়তনয়না। পীযোন্নত পয়োধৰা। এই দেহ-সুষমাৰ যেন ক'তো লেশমানো খুঁত নাই। ছাইকীৰ সলজ্জ উপস্থিতিয়ে সৰগীয় দৃশ্যপটখন করুণ, কোমল কৰি তুলিছিল। এয়াতো নাৰী নহয়। এটি জীৱন্ত কৱিতা। কিউপিডৰ ভাগ্য দেখি দেৱতাসকল স্তম্ভিত হ'ল।

হাতত এটা স্বৰ্ণ-পাত্ৰত অমৃত-ৰস লৈ দেৱ-ৰাজ জ'ভ নিজে ছাইকীৰ পিনে আগ বাঢ়ি আহিল। "এয়া অমৃত-ৰস। পান কৰা, ছাইকী। এই মুহূৰ্তৰপৰা তুমি অমৰ-লোকত প্ৰৱেশ কৰিছা। তুমি অনন্ত যৌৱনা। তোমালোকৰ মিলন অবিচ্ছেদ্য হওক। চিৰঞ্জীৱী হওক।" সকলোৰে মুখত কেৱল ছাইকীৰ ৰূপ-যৌৱন, স্নিগ্ধ দৃষ্টি-ভঙ্গীৰ প্ৰশংসা। গোটেই পৰিৱেশটো কেৱল ছাইকীময়। পুত্ৰ-বধূৰ প্ৰশংসাই আনকি ভেনাছৰ অন্তৰো কোমলাই তুলিলে। ভেনাছ সলজ্জ নয়না, চন্দ্ৰ-বদনী পুত্ৰ-বধূৰ পিনে আগ বাঢ়ি গল,—ধীৰে ধীৰে দুগালত দুটা চুমা আঁকি দিলেগৈ। দেৱতাসকলে মাথোন ভেনাছৰ চকুত নপৰাকৈ মিচিকিয়াই হাঁহিলে।



ইপিনে নিমিষতে ভোজ-সভাৰ আয়োজন হ'ল। জ'ভৰ আদেশ অনুসৰি সকলোবোৰ আগৰেপৰা দিহা হৈয়েই আছিল। স্বৰ্গৰ মুখ্য ৰান্ধনী ভাল্কানে নিজ হাতে সকলোবোৰ বস্তু ৰান্ধিলে,—পৰম তৃপ্তিদায়ক গোন্ধতে মলমলাই থকা খাদ্য। দেৱতাসকল নিজৰ আসন অনুসৰি বহিল। সোঁ মাজৰ আসনত কিউপিড। ছাইকীক আদৰি আনি ওচৰতে বহুৱা হ'ল। লাজতে তেনেই মুচকঁচ অৱস্থা। দাঁতিতে দেৱ-ৰাজ জ'ভ বহিল। ওচৰত তেওঁৰ সহধৰ্মিণী জুন'। সোণ, ৰূপৰ পাত্ৰত মদ্যপানৰ ব্যৱস্থা হ'ল। অমৃত পানৰো ব্যৱস্থা হ'ল। গোটেই ৰভা-ঘৰ ফুলেৰে উপচি পৰিল,—কেউপিনে গোলাপৰ পয়োভৰ। ওপৰৰপৰা নানা তৰহৰ ফুলৰ পাহিৰ বৰ্ষণ হ'ল। গীতৰ ধ্বনি হ'ল। সঙ্গীতৰ মূৰ্চ্ছনাত গোটেই ৰভা-ঘৰটো উথলি উঠিল। নৃত্যৰ আয়োজন হ'ল। বিদ্যাধৰীসকল আহি নৃত্যৰ প্ৰদৰ্শন কৰিলে,—সেই নৃত্যত আনকি মনৰ উলাহত থাকিব নোৱাৰি ভেনাছেও যোগ দিলে। ভেনাছ নৃত্যপটীয়সী। এইদৰেই উলহ-মালহৰ মাজেদি কিউপিড আৰু ছাইকীৰ বিবাহ-কাৰ্য সমাপন হ'ল। দেৱ-কন্যাসকলৰ উৰুলিৰ জোকাৰে সেই মধুক্ষণটো মঙ্গলময় কৰি তুলিলে।

এইদৰেই ক্ৰমাৎ দিনবোৰ বাগৰি গ'ল। অপৰিসীম ভালপোৱা আৰু মৰমৰ মাজেদি। অৱশেষত ছাইকীৰ গৰ্ভত থিত লোৱা সন্তানটিৰ জন্ম হ'ল। এটি কন্যা-সন্তান। এপাহ ফুলহে যেন। কিউপিড আৰু ছাইকীৰ অমৰ-প্ৰেমৰ চানেকী। গিৰি-গহ্বৰৰ শান্তিময় পৰিৱেশৰ তৃপ্তিৰ আঁৰত ফুলি উঠা এপাহ পাৰিজাত।